অচলা ভকতি হৌক কৃষ্ণ-চৰণত ।
এহি বুলি ফল-ফুল দিৱয় হাতত ॥ ৪৩ ॥
ৰাজাও সৱাকে পাছে বচনে সাদৰি ।
উঠি গাৱ চালি পঠাইলন্ত ঘৰাঘৰি ॥
অনন্তৰে সেহি বৰে ৰাজাৰ ঘৰিণী ।
সৱাতে কৰিয়া শ্ৰেষ্ঠ নাৰী সৌভাগিনী ॥ ৪৪ ॥
নৃপতিৰো যাহাত সদায়ে আসকতি ।
সেহিদিনা হন্তে কন্যা ভৈল গৰ্ভৱতী ।
পাছে অনুক্ৰমে দশ মাস পূৰ্ণ ভৈল ।
শুভ লগ্নে তিথি বাৰে কুমৰ জন্মিল ॥ ৪৫ ॥
আতি বৰ সুন্দৰ দেখিতে ৰুচিকৰ ।
যেন মুখ-পদ্ম ষোহ্ল-কলা শশধৰ ॥
বত্ৰিশ লক্ষণ আছে গাৱ গৌৰ-কান্তি ।
শশাঙ্ক বিংশতি যেন নখ-মণি-পান্তি ॥ ৪৬ ॥
হেনঠানে অভ্যন্তৰে জন্মিল কুমৰ ।
পাছে শুনিলেক আমিৰ্ছাহা নৃপবৰ ॥
পুত্ৰ ভৈল শুনি ৰাজা আনন্দ আপাৰ ।
আজ্ঞা দিল তেখনে বাজন বজাইবাৰ ॥ ৪৭ ॥
ৰাজ-আজ্ঞা পায়া তেতিক্ষণে প্ৰজাচয় ।
হুলস্থুল তম্বুল লাগিল আতিশয় ॥
ঢাক ঢোল বজাৱে তবল তাল ভেৰী ।
মৃদঙ্গ গোমুখ শঙ্খ কাহালি মহৰি ॥ ৪৮ ॥

দানৰ ফলত কুমাৰৰ জন্ম

নানা যন্ত্র বজাৱে ৰবাব আদি কৰি।
বাহুল্যক মনে তাক থৈলোহো সংহৰি ॥
কৰৈ নৃত্য-গীত নটী-নট নিৰন্তৰে।
ভৈল মহা সুমঙ্গল নগৰে বজাৰে ॥ ৪৯ ॥
সাত দিন সাত ৰাতি ভৈল কোলাহাৰ।
নুশুনিয়া মাত-বোল প্রজাৰ ঘঞ্চাল ॥
এহিমতে মহোৎসৱ ভৈল নগৰত।
যতেক মঙ্গল্য তাক কহিবোহো কত ॥ ৫০ ॥
অনন্তৰে নৰপতি ব্রাহ্মণগণক।
কৰিলা দক্ষিণা দান অনেক ধনক ॥
সুৱৰ্ণ ৰজত মণি বস্ত্র অলঙ্কাৰ।
তনয়ৰে অৰ্থে দিলা ভণ্ডাৰে ভণ্ডাৰ ॥ ৫১ ॥
পাছে ৰাজা আৰ দিন দৈৱজ্ঞ অনাইল।
কুমৰৰ ৰাশি বিচাৰিতে আজ্ঞা দিল ॥
ৰাজাৰ আদেশে শাস্ত্র কৰিয়া বিচাৰ।
লগ্ন খেণ তিথি বাৰ নানান প্রকাৰ ॥ ৫২ ॥
সুখ দুখ বৃধি ক্ষয় লাভ অলাভক।
বিচাৰিলা বহুমতে সমস্তে শাস্ত্রক ॥
পাছে সৱে যুক্তি কৰি কৰি যোৰ-কৰ।
কৰিলো বিচাৰ শাস্ত্র শুনা নৰেশ্বৰ ॥ ৫৩ ॥
যিবা ক্ষেণ যোগে তয়ু পুত্র ভৈল জাত।
হৈব মহাৰাজা এহে জগতে প্রখ্যাত ॥

সৰ্ব্বগুণে বিশাৰদ ক্ষত্ৰিয় পৰম।
পৰৰ কাৰণে হৈব বেদেশ গমন ॥ ৫৪ ॥
তাক শুনি দুখিত ভৈলেক নৰপতি।
বৰ কষ্টে পুত্ৰ পাইলে সুস্থ ভৈল মতি ॥
তভো মোৰ সুশীতল নভৈল হৃদয়।
বিধিৰ ঘটনা আক কোনে নিবাৰয় ॥ ৫৫ ॥
এহি বুলি বহু বিত অৰ্চ্চি তাসম্বাক।
গৈলা অভ্যন্তৰে ৰাজা বিসৰ্জ্জি সভাক ॥
অনন্তৰে পুত্ৰ-মুখ দেখি নৰেশ্বৰ।
ৰাজীৱ-লোচন যে বদন শশধৰ ॥ ৫৬ ॥
সুৱৰ্ণ গৌৰাঙ্গ বৰ্ণ দেহা কৰে কান্তি।
চন্দ্ৰ সম জলয় বিংশতি নখ-পান্তি ॥
সন্তোষিত নৃপতি পুত্ৰক চাই চাই।
কুমৰ পালিতে ভাল দিলা এক ধাই ॥৫৭॥
মাতৃগণে আনন্দে দেখিয়া পুত্ৰ-মুখ।
ধন পাই দৰিদ্ৰৰ হবৈ যেন দুখ ॥
খুৱাৰন্তে ধুৱাৰন্ত কৰিয়া যতন।
নিতে নৱ কুমাৰ বাঢ়ন্ত সুশোভন ॥৫৮॥
কুমাৰৰ শিক্ষা
এহি মতে ভৈলেক বৎসৰ ছয় সাত।
শাস্ত্ৰ পঢ়িবাক পাছে দিলা নৰনাথ ॥
পঢ়িয়া পণ্ডিত যেন্বে ভৈলেক কুমৰ।
পুনৰপি দিলে অস্ত্ৰ-শস্ত্ৰ শিখিবাৰ ॥৫৯॥

তাতো বিশাৰদ ভৈল ৰাজাৰ কুমৰ।
তাহান সমান বীৰ নাহি সমসৰ॥
পাছে শিখিলেক তাল-যন্ত্র নানামত।
পঞ্চস্বৰে গীতে-ৰাগে ভৈলেক পাৰ্গত ॥৬০॥

কুমাৰৰ চিকাৰলৈ যোৱা

হেন বিচক্ষণ হৈয়া ৰাজাৰ নন্দন।
চিকাৰ বিহিনে অন্ন নকৰে ভোজন॥
এহিমতে প্ৰতি দিনে কৰয় চিকাৰ।
একদিনা গৈল পাছে মৃগ মাৰিবাৰ ॥৬১॥
চড়িয়া ঘোড়াত আসি ধনু-বাণ ধৰি।
হাজাৰেক সৈন্য গৈল লগত আৱৰি॥
চপকৰে চলয় নাহিকা তাক জোৰ।
বিজুলী-চটক যেনং চলৈ তেজী ঘোড় ॥৬২॥
এহিমতে বন মাজে প্ৰৱেশ ভৈলন্ত।
গোটা ছয়মানে তথা মৃগ মাৰিলন্ত॥
আত অনন্তৰে কথা শুনা যেন নয়।
পাছে যি কৰিলা আমিৰ্ছাহাৰ তনয় ॥৬৩॥

মৃগী-ৰূপে পৰীয়ে ছল কৰা

বিধিৰ ঘটনা এতো নযাই বুঝন।
এক পৰী মৃগী-ৰূপে আইলা সেহি বন॥
স্বৰ্ণৰ মৃগীগুটি ৰত্ন অলঙ্কাৰ।
কৰ্ণত কুণ্ডল গলে মুকুতাৰ হাৰ ॥৬৪॥
তাক দেখি কুমৰৰ কৌতুক ভৈলন্ত।
ধৰিবাক লাগি বীৰে হাত মেলিলন্ত॥

দেখি লৰ দিয়া মৃগী ভৈলেক অন্তৰ।
ধৰিলা কুমৰে পাছে খাণ্ডা তীক্ষ্ণতৰ ॥৬৫॥
তেৱে দূৰ হুয়া মৃগী যাই বন-পথে।
ধনুপাট ধৰিলা কুমৰে ডাইন হাতে॥
তাক দেখি মৃগীগুটি গৈলা দূৰান্তৰ।
দেখিয়া কুমৰে পাছে লৈলা ধনু-শৰ ॥৬৬॥
এৰিলেক এক বাণ মাৰিবাক মনে।
শৰ ব্যৰ্থ কৰি মৃগী পশিলেক বনে॥
পাছে পাছে কুমৰে খেদন্তে ঘোড়ে ছড়ি।
একেশ্বৰে চলন্ত পশুক মন কৰি ॥৬৭॥
মায়া-মৃগীগুটি তাক লাগ নপাৱন্ত।
কতো বেলি দেখৈ কতো বেলি নেদেখন্ত॥
পাছে সেহি মৃগী গৈয়া এক বৃক্ষ-তলে।
ফাল দিয়া পশিলেক কূপৰ ভিতৰে ॥৬৮॥
সেহি থানে গৈয়া আমিৰ্ছাহাৰ নন্দন।
মৃগীক নাদেখি দুখে কৰিলা ক্ৰন্দন॥
কুমাৰে মৃগীৰ পাছ্‌ নেবাত অৰণ্যতে স্বৰ-বাৰী সভা। অস্ত্ৰ ব্যৰ্থ কৰি মোৰ কগৈল পশুনী
আৱে লোকে হাসিবেক এহি কথা শুনি ॥৬৯॥
অস্ত্ৰে-শস্ত্ৰে বিশাৰদ ক্ষত্ৰিয় সুজান।
হেন কোন বীৰ আছে মোহোৰ সমান॥
তভো ধৰিবাক নপাৰিলোহো যতনে।
অস্ত্ৰ ব্যৰ্থ কৰি পশিলেক পশু বনে ॥৭০॥

আত কৰি কোন মোৰ ধিক্কাৰ আছয়।
হেন অপমানে কিবা জীবাক লাগয়॥
হেন দুখ-কষ্টে যেৱে ৰাজাৰ কুমৰ।
একেশ্বৰে বসি আছা বনৰ ভিতৰ ॥৭১॥
পাছে তান সৈন্যসৱে কৰিয়া বিচাৰ।
দেখৈ চিন্তাযুক্ত হুয়া আছয় কুমৰ॥
প্ৰণাম কৰিয়া বুলিলেক সৰ্ব্বজনে।
কৰিছা বিষাদ প্ৰভু কিসৰে কাৰণে ॥৭২॥
তেবে বুলিবাক লৈলা ৰাজাৰ সন্তান।
কোনো কালে নাহি দেখি মৃগ হেনঠান॥
আসৰিশ পশু দেখি মনে লাগি বেথা।
পাছে পাছে খেদিয়া আসিলো মঞি এথা ॥৭৩॥
শৰ নাশ কৰি মোৰ আসি এহি ঠাই।
ফাল দিয়া কূপ মাঝে আছয় সোমাই॥
পাছে সৈন্যে বুলিলেক যুৱৰাজ-থানে।
সেহি মৃগী নোহে ৰাজা জানিবাহা মনে॥৭৪॥
কিবা দেৱ-কন্যা আইল আমাক মুহিত।
চলা ঘৰে বহিবাক নুহিকা উচিত॥
হেন শুনি বুলিতে লাগিল যুৱৰাজ।
অবে সৈন্যগণ নকহিবা হেন কাজ ॥৭৫॥
যাৱত মৃগীৰ মঞি উদ্দেশ নপাওঁ।
কহিলো নিচয় কৰি ঘৰক নযাওঁ॥

শুন শুন সৈন্যসৱ বচন আমাৰ।
মৃগীৰ স্নেহক নকৰিবো পৰিহাৰ ॥৭৬॥
পুনু ভক্তি কৰি সৱে বুলিতে লাগিল।
আগ-পাছ দৰশাই বিস্তৰ কহিল ॥
তথাপিতো কুমৰৰ নুলটিল মন।
পাছে আলচিয়া যে সকলে সৈন্যগণ ॥৭৭॥
অনুচৰ পঠাই ৰাজাত জনাইলন্ত।
দূত-মুখে নৃপতি সকলে শুনিলন্ত ॥
আতি বৰ দুখ কৰি হিয়ে হানি মুঠি।
সসৈন্যে চলিলা শীঘ্ৰে ঘোটকত উঠি ॥৭৮॥
কতো বেলি গৈয়া সেহি বনক পাইলন্ত।
দেখে যুৱৰাজ তথা বিষাদে আছন্ত ॥
ঘোটকৰ নামিয়া নৃপতি তেতিক্ষণ।
কোলে লৈয়া কুমৰক কৰিলা চুম্বন ॥৭৯॥
জীৱেৰ জীৱন মোৰ কুলেৰ নন্দন।
এত দুখ কৰ বাপ কিসৰ কাৰণ ॥
তুমি বিনা ঘৰ-বাৰী কিছু নোশোভয়।
তোৰ দুখে মোহোৰ হৃদয় ঢাকুৰয় ॥৮০॥
চল ঘৰে এথাত থাকিবে নাহি কাজ।
আগ পাছ বিস্তৰ কহিলা মহাৰাজ ॥
অনুগ্ৰহ কৰ পুত্ৰ ঘৰক নিবাৰ।
মিনতি কৰিয়া পাছে বুলিল কুমৰ ॥৮১॥

বাপ মাৱ চিৰজীৱ হওক সৰ্ব্বথা ।
তোমাৰ চৰণে গোচৰোহো এক কথা ॥
নিতে নিতে মাৰোঁ পশু এহি অৰণ্যত ।
নেদেখিলো শুনা নাহি কাহাৰো মুখত ॥৮২॥
হেন অদভুত মৃগী দেখিলো হঠাই ।
ৰত্নৰ কুণ্ডল হাৰ স্বৰ্ণৰ কায় ॥
কৰৈ ভিৰিমিৰি লাগে চকুত কমক ।
প্ৰকাশ কৰিয়া আইল মোহোৰ আগক ।৮৩॥
দেখি কৌতুহলে শৰ কৰিলো প্ৰহাৰ ।
ফাল দিয়া পশিলেক কূপেৰ মাজৰ ॥
অস্ত্ৰ নাশ গৈল মঞি জীওঁ কি কাৰণে ।
অপমান পাইলো হাসিবেক সৰ্ব্বজনে ॥৮৪॥
যাৱত মৃগীৰ মঞি নপাওঁ উদ্দেশ ।
নযাইবো নযাইবো কদাচিতো নিজ দেশ ॥
শুনা বাপ মোক যদি স্নেহ বহুতৰ ।
এক কুঁৱা কৰি দিয়া এক সৰোবৰ ॥৮৫॥
চাৰি ভিতি কয়া দিয়ো গুৱা নাৰিকল ।
মনৰ বাঞ্ছিতে কয়ো আৰু যত ফল ॥
এথাত থাকিয়া মঞি কৰিবো চিকাৰ ।
তোমাৰ সেৱায়ে যাইবো মাসে তিনিবাৰ ॥৮৬॥
শুনি ৰাজা পুত্ৰ-স্নেহ চাৰিতে নপাৰি ।
গদগদ বাক্যে আদেশিলা দূত চাৰি ॥

মোৰ আজ্ঞা ধৰি সবে সৈন্যক জড়াই।
ভাল এক সৰোবৰ খানা এহি ঠাই ॥৮৭॥
চতুষ্পাশে ৰুৱো তাৰ গুৱা নাৰিকল।
মাজে মাজে ৰুৱোক নানান ফুল-ফল ॥
শীঘ্ৰে টঙ্গি-ঘৰচয় সাজা ভাল কৰি।
চাৰিও কাষৰে দিয়ো অনেক পহৰী ।৮৮॥
ৰজাৰ আদেশ হেন শুনিয়া প্ৰখৰ।
তেতিক্ষণে তথা সাজিলেক টঙ্গি-ঘৰ॥
চতুষ্পাশে কাপ-গড় তেখনে নিৰ্ম্মিল।
পালি-পহৰীয়া তাত ভালমতে দিল ॥৮৯॥
খানিলেক সৰোবৰ দীঘল ডাঙৰ।
ইটাৰে বান্ধিলে তাৰ চাৰিও কাষৰ॥
তাক আৱৰিয়া কইল নানা পুষ্পচয়।
গন্ধে মলমল দেখি সন্তোষ হোৱয় ॥৯০॥
সেৱতী মালতী যূতি চম্পা পাৰিজাত।
মধাই মকৰা গুটিমালী অসংখ্যাত॥
ছত্ৰমালী কুন্দমালী কেতকী তগৰ।
শেৱালি নেৱালি জাই মল্লি কচিকৰ ॥ ৯১॥
লবঙ্গ পলাশ শঙ্খ অশোক মন্দাৰ।
পাৰলি কদম্ব বক নাগেশ্বৰ আৰ ॥
গুৱা নাৰিকল নেমু সুমিত্ৰা জেনক।
নাৰেঙ্গ কপৰা ধাতু মহৰি খমক ॥ ৯২॥

আনো নানা ফল ফুল ৰুইল অসংখ্যাত।
নবান্ধিলো সিসৱক বাহুল্য-শঙ্কাত ॥
হেন অদভুত থান নিৰ্ম্মাণ কৰিল।
দেখিয়া নৃপতি তাঙ্ক সন্তোষ লভিল ॥ ৯৩॥
সেহি ঘৰে কুমৰক থৈলেক যতনে।
একশত দাসী দিলা সেৱাৰ কাৰণে ॥
নৱীন-বয়সী সৱে মুকুতা-দশনী।
বহল-জজ্ঘনী ধনি পীন ঘনস্তনী ॥ ৯৪॥
সহস্ৰেক দাস দিলা পৰম যোদ্ধাৰ।
অস্ত্ৰে-শস্ত্ৰে বিশাৰদ বলে অনিৰ্ব্বাৰ ॥
ধাই একজনী দিলা পালিবাক মনে।
কুমৰক থৈলা হেন কৰিয়া যতনে ॥ ৯৫॥
পাছে নানামতে শিখাই নিজ তনয়ক।
দুখে-কষ্টে গৈল ৰাজা আপোন ঘৰক ॥
এহিমতে কুমৰো থাকিলা সেহি থানে।
মাসে তিনিবাৰ যায় বাপক বোলানে ॥ ৯৬॥
যেৱে শ্ৰদ্ধা লাগে তেৱে যায় আনভিতি।
নহে কিবা দিন-ৰাত্ৰি থাকয় টঙ্গিতি ॥
একদিনা বসি আছা নৃপতি-নন্দন।
চাৰিজনী পৰীৰ আগমন, জলক্ৰীড়া
চতুষ্পাশে বেঢ়ি আছে যত সৈন্যগণ ॥৯৭॥
হেন কালে শুনে এক শব্দ উপজিল।
আকাশৰ হন্তে ঘোড়া এগোটা পড়িল ॥

চলবল কৰে ঘোড়া থিৰে নথাকয় ।
নানা অলঙ্কাৰে আতি দেখি জ্যোতির্ম্ময় ॥৯৮॥
সেহি শব্দ শুনিলেক ৰাজাৰ কুমৰে।
চতুষ্পাশে নিহালন্ত চক্ষুৰ গোচৰে ॥
দেখৈ ৰুচিকৰ তুৰঙ্গৰ উপৰত ।
চাৰিগোটা কন্যা আছে বয়সে যুৱত ॥ ৯৯॥
নৱীন-যৌৱনী নাৰী মুখ পদ্ম-কোশ ।
লাহাৰি কঙ্কাল আতি দেখিতে সন্তোষ ॥
অৰুণ অধৰ দন্ত মুকুতাৰ কান্তি ।
চন্দ্ৰ-সম জলে সৱাহানে নখ-পান্তি ॥ ১০০॥
ৰাজীৱ লোচন কটাক্ষতে হৰৈ প্ৰাণ ।
সুন্দৰ নাসিকা তিল-কুসুম-সমান ॥
মনোহৰ কৱৰীত পুষ্প পাৰিজাত ।
উৰি পৰে তাত মধুকৰ অসংখ্যাত ॥ ১০১॥
কৰ্ণত কুণ্ডল নৱ সূৰ্য্য সম জলে।
চন্দনৰ ফোটা শোভে সৱাৰে কপোলে ॥
হিয়াত ৰত্নৰ হাৰ মণি গজমতি ।
প্ৰতি আঙ্গুলিত ৰঞ্জৈ অঙ্গুষ্ঠি-পঙ্কতি ॥ ১০২॥
সুবলিত বাহু মাঝে কঙ্কন কেয়ূৰ ।
পদ-পল্লৱত শোভৈ উজলি নূপুৰ ।
পদ্মিনী সুন্দৰী বিচক্ষণী সৰ্ব্বজনী ।
সুবেশ সুঠান মুনি-মনক-হৰিণী ॥ ১০৩॥

সৱে দেৱকন্যা মনুষ্যৰ অগোচৰ।
ঘোড়াৰ নামিয়া চাহে ওচৰ-পাঞ্জৰ ॥
দেখিয়া মালিকজাদা তব্ধ হুয়া আছে।
তাৰ মধ্যে একজনী বুলিলেক পাছে ॥ ১০৪॥
এ গহন বন মাজে আসি কোনজন।
উদ্যান আৰাম নিৰ্ম্মি আছয় ভৱন ॥
দেৱ-কন্যা আসে আক বৎসৰে দুইবাৰ।
কোনো কালে নাহি দেখি এ ঘৰ-দুৱাৰ ॥১০৫॥
ইটো বনে মনুষ্যৰ ভৈলেক জঞ্জাল।
আসিবাক লাগি আক আৰ নাহি ভাল ॥
মনুষ্য বিষম জাতি জানে নানা সন্ধি।
নাজানি কোনোবা ৰূপে কৰিবেক বন্দী ॥ ১০৬॥
সাপক বাঘক ছলে মনুষ্যে মাৰয়।
মহাবলৱন্ত হস্তী বান্ধিয়া থৱয় ॥
তেৱে আৰ এক কন্যা বোলয় বচন।
আমাসাক ধৰিবেক পাৰে কোনজন ॥ ১০৭॥
লুকি দিতে পাৰোঁ আমি দিতে পাৰোঁ উৰা।
কি কৰিবে পাৰিবেক মনুষ্যৰ পৰা ॥
এহি বুলি সৰোবৰে নামি ৰঙ্গমন।
কোলত খসায়া থৈলা গাৱৰ বসন ॥ ১০৮॥
জলত নামিয়া সৱে কৰে জল-খেলা।
টঙ্গি হন্তে কুমৰে নামিয়া হেন বেলা ॥

কুমাৰ মূৰ্চ্ছিত হোৱা

ধীৰে ধীৰে গৈলা সেহি পুখুৰীৰ পাৰ।
একজনী ধৰিবাক মনে কৰি সাৰ॥ ১০৯॥
যেন পৰীগণে কিছু সাৰ নপাৰয়।
তেমনে লুকিয়া গৈয়া ৰজাৰ তনয়॥
কন্যাগণে পাইল যদি গন্ধ মনুষ্যৰ।
তেখনে পিন্ধিল আসি যাৰ যি কাপোৰ॥ ১১০॥
উঠিয়া পিন্ধিল বস্ত্র দেখিয়া কুমৰে।
বেগে পাশ চাপিলেক ধৰিবাৰ তৰে॥
কুমৰক মুহিয়া চাৰিও তেতিক্ষণ।
ঘোৰে চৰি আকাশক কৰিলা গমন॥ ১১১॥
চলিল আকাশে কন্যা কুমৰে দেখিল।
তেখনে মূৰ্চ্ছিত হুয়া ভূমিত পৰিল॥
উশাস-নিশ্বাস নাহি গাৱত চেতন।
হেন দেখি লৱৰিয়া আসিল সৰ্ব্বজন॥ ১১২॥
অন্তেষ্পুৰে থাকি কন্যা হেনয় শুনিয়া।
দাসীগণ সমে আসিলেক লৰৰিয়া॥
দেখিলেক কুমৰ পৰিছে অচেতনে।
কোলতে তুলিয়া ধাই লৈলেক তেখনে॥ ১১৩॥
চতুষ্পাশে নৰ-নাৰী কৰয় ক্ৰন্দন।
তৃতীয় প্ৰহৰ মানে আছে অচেতন॥
কেহো জল সিঞ্চে কেহো চন্দন ঘসয়।
লাসে লাসে কতো শুক্ৰ চামৰে বিঞ্চয়॥ ১১৪॥

কতোক্ষণে চক্ষু মেলি ৰাজাৰ কুমৰ।
হাকল-বিকল কৰি কান্দে উচ্চস্বৰ॥
হিয়াৰ মাজত মাৰে জাঞ্জোলাএ মুঠি।
ধৰণীত পৰৈ শোকে পুনু পুনু উঠি॥ ১১৫॥
আচৰিত দেখি ধাই বুলিলা বিনয়।
এমত বিষাদ কেনে কৰয় তনয়॥
কিবা অপমান বাপ পাইলা কাৰ তৰে।
কিবা অন্তৰত গৰ্ভ-ৰোগ পীড়া কৰে॥ ১১৬॥
নকৰি বিলম্ব বাপ কৰিয়ো বেকত।
সৰে হানো মৰোঁ আৰে তোহোৰ শোকত॥
তৰে বুলিবাক লৈলা ৰাজাৰ কুমৰ।
অৰে ধাই কহো শুন বচন আমাৰ॥ ১১৭॥
চাৰিগোটা কন্যা আসি এহি সৰোবৰ।
জল-কেলি কৰিলেক খসায়া কাপোৰ॥
কহিব ৰমণী তাক নজানো নিশ্চয়।
ৰত্ন-অলঙ্কাৰে চক্ষু ঝমক লাগয়॥ ১১৮॥
বিপৰীত ৰূপ ধৰণীত অগোচৰ।
তাৰ মধ্যে একজনী আতি ৰুচিকৰ॥
সেহিজনী ধৰিবাক মনে কৰি সাস।
লাসে লাসে গাৰ মাৰি চাপিলোহো পাশ॥ ১১৯॥
মোক দেখি উঠি বেগে পিন্ধিয়া বসন।
অন্তৰীক্ষে আকাশক গৈল তেতিক্ষণ॥

তাক নপাই মৰোঁ শোকে কাম-অগনিত।
এতেকে মতে কৰিতে নপাৰোঁ শান্ত চিত॥ ১২০॥
অৰে ধাই শুন শুন বচন আমাৰ।
যদি কন্যা নপাওঁ মৰিবোহো সাৰে সাৰ॥
শুনি ধাই পুনৰপি বুলিলা বচন।
যহিৰ সুন্দৰী ইটো জানোহো কাৰণ॥ ১২১॥
তাক লাগি বাপু তঞি খেদ নকৰিবি।
দেৱ-অগোচৰা নৰে কিমতে ধৰিবি॥
বৎসৰত ভুইবাৰ আসে এহি বনে।
জলক্রীড়া কৰি পুনু যাৱয় ভৱনে॥ ১২২॥
পৰীৰ আশ্রম আক জানিবি নিশ্চয়।
তাক লাগি খেদ বাপ কিসক লাগয়॥
হেন বাক্য শুনি পাছে ৰাজাৰ কুমাৰ।
বিমূৰ্চ্ছিত হুয়া পৰিলেক আৰবাৰ॥ ১২৩॥
পুনৰপি সৱে লোকে কৰিয়া যতন।
চন্দন চিটিয়া গাৱে কৰিলা চেতন॥
আৰবাৰ ধাই বোলে কৰিয়া বিনয়।
কুমাৰৰ হাতত চাহাপৰী বন্দী হোৱা
এক কথা কহো শুনা ৰাজাৰ তনয়॥ ১২৪॥
যদি মোৰ উপদেশ লৱা কৰি সাৰ।
তেৱেসে পাৰিবি তঞি কন্যা ধৰিবাৰ॥
আজি হন্তে এহি টঙ্গি উপৰে বসিয়া।
এক মনে থাকিবিহি সদায়ে চাহিয়া॥ ১২৫॥

যেখনে আসয় তাৰা স্নানিবাৰ তৰে।
লুকা দিয়া ৰহিবাহা বনৰ ভিতৰে॥
গাৰৰ বসন খসাই থৈবে কাখৰত।
খেলিবাক লাগি সৱে নামিবে জলত॥ ১২৬॥
যেহি কন্যা ধৰিবাক তোৰ লৱে মন।
লুকায়া ৰাখিবা সেহিজনীৰ বসন॥
এতেকতে বন্দী তাই হুইবেক অৱশ্য।
শুন বাপ তোত আবে কহিলো ৰহস্য॥ ১২৭॥
ধাইৰ বচন শুনি এতেক উত্তৰ।
উঠিলন্ত গাৰ চালি তেখনে কুমৰ॥
লাসে লাসে চলিলন্ত টঙ্গিৰ উপৰে।
নিৰেখি থাকয় অহোৰাত্ৰে নিৰন্তৰে॥ ১২৮॥
শয়নে-ভোজনে নযাৱন্ত আন ঠাই।
নিৰবধি থাকে বীৰে পৰীক ধিয়াই॥
এহিমতে তথা বহি গৈল ছয় মাস।
কুমৰ আছয় বসি ধৰিবাৰ আশ॥ ১২৯॥
আত অনন্তৰে কথা শুনা যেন নয়।
পুনু শব্দ শুনিলন্ত নৃপতি-তনয়॥
সেহি শব্দ শুনি টঙ্গি হন্তে নামিলন্ত।
বন মাঝে গৈয়া ধীৰে লুকাই আছন্ত॥ ১৩০॥
সৰোবৰ তীৰে ৰহি নামিয়া ঘোড়াৰ।
জলত নামিলা সৱে বস্ত্ৰ গুচাই গাৰ॥

চাৰি কন্যা গৈল পাছে খেলা খেলাইবাৰ।
লাসে লাসে বস্ত্ৰ কাছে গৈলেক কুমৰ ॥ ১৩১ ॥
ছোট কুঁৱৰীৰ বস্ত্ৰ চিনিয়া আছিল।
আথে-বেথে লৈয়া তাক বনত পশিল ॥
খেলা অৱসানে সৱে উঠিয়া তীৰক।
তিনি কন্যা পিন্ধিল আপোন কাপোৰক ॥ ১৩২ ॥
অতি ৰূপৱতী ছোটজনী চাহাপৰী।
নাপাইলেক তাই নিজ বসন বিচাৰি ॥
উলঙ্গটে থাকি তথা যুড়িলে ক্ৰন্দন।
আৰে কি কৰিলো কোনে কৰিলে বন্ধন ॥১৩৩॥
হেন দেখি আৰ তিনি হুয়া ভয় মন।
তেতিক্ষণে কৰিলেক আঁকাশে গমন ॥
ভনীসৱ এৰি গৈল চাহাপৰী দুখে।
কৰে অঙ্গ ঢাকি বসিলেক অধোমুখে ॥ ১৩৪ ॥
চতুষ্পাশে নিহালি নেদেখে কোনো জন।
পুনু শোকে-দুখে কন্যা কৰয় ক্ৰন্দন ॥
শুনা সামাজিকচয় কথা কুমৰৰ।
যাৰ যিবা হুইবে দেখা আছয় পূৰ্ব্বৰ ॥ ১৩৫ ॥
সুখ-দুখ হানি-লাভ ভাঙিবেক কোনে।
ললাটত লিখি বিধি আছয় আপুনে ॥
দেখা দেৱ-কন্যা বন্দী কৰিলে মনুষ্যে।
নুভুঞ্জিলে ক্ষয় নাহি প্ৰাক্তন অৱশ্যে ॥ ১৩৬ ॥

যিজনে কৃষ্ণৰ দুই পদ-পল্লৱত।
পৰম শ্ৰদ্ধায়ে ভক্তি কৰন্ত সতত॥
পুত্ৰ-ভাৰ্য্যা বিষয়ত বিৰকতি হুয়া।
হৰি-পদে ভজন্ত সন্তৰ সঙ্গ লৈয়া॥ ১৩৭॥
তাৰাবেসে জানিবা তিনিও সংস্কাৰ।
তেখনে ভক্তিৰ বলে হোৱৈ ছাৰখাৰ॥
এতেকে কৃষ্ণৰ পাৰে পশিয়ো শৰণ।
মিছা জানি ছাড়া পুত্ৰ ভাৰ্য্যা ধন জন॥ ১৩৮॥
বিষয় বিষম বিষে হুয়া বিৰকতি।
সাধু-সঙ্গে হৰি-পদে কৰিয়ো ভকতি॥
ঘোৰ সংসাৰৰ দুখ এৰাইবা তেখনে।
কহে দ্বিজ ৰাম ৰাম বোলা সৰ্ব্বজনে॥ ১৩৯॥

॥ দুলড়ি॥

চাহাপৰী মালিক্ক-জাদাৰ লগত থকা

নপায়া বসন সিটো কন্যাজন
কান্দে বিয়াকুল মনে।
হা হা কি কৰিলো আৰেসে মৰিলো
বন্দী কৈল কোন জনে॥
আসিলো কি লাগি মাঞ মন্দ ভাগী
নুবুঝিয়া বিপাকক।
চলিবো কমনে নপাওঁ গুণি মনে
কৰিলো কোন পাতেক॥১৪০॥

কি দোষে মোহোক বিধি ভাণ্ডিলেক
কি কৰি থাকিবো এথা।
মন্দ দিনে ভৈলে আপদ পৰিলে
সুহৃদেও চাৰে বেথা॥
চাৰিও বহিনী আসি আছো স্নানি
যেহেন একুহি তনু।
আপদ দেখিয়া গৈলেক চাড়িয়া
পালটি নাসিল পুনু॥ ১৪১॥
এহি বুলি তাই অনেক কান্দয়
হাকল বিকল কৰি।
পাছে কোপ মনে বুলিলা বচন
দেৱতাৰ অপেস্বৰী॥
অৰে কোনে মোৰ লুকাইলি কাপৰ
নেদ যেৱে পৰিচয়।
লভি ঘোৰ তাপ দিবো চণ্ড শাপ
কহিলো আৱে নিশ্চয়॥ ১৪২॥
হেনয় উত্তৰ শুনিয়া কুমৰ
আতি ভয় হুয়া মনে।
ওলায়া বনৰ কন্যাৰ ওচৰ
আসিলন্ত তেতিক্ষণে॥
দেখি চাহাপৰী হেঠ মাথ কৰি
লাজে আণ্ঠু সাবটিয়া।

অঙ্গ পয়োধৰ ঢাকিয়া সত্বৰ
জুমুৰি গাৰ কৰিয়া ॥ ১৪৩ ॥
বোলে কুমৰক মোৰ বসনক
কমনে থৈলা লুকাই ।
হেনয় দুখক দিলাহা কিসক
পাপক তোৰ শঙ্কা নাই ॥
মোক এৰি গৈল বহিনীসকল
পৰিলো এথা বিপাঙ্গে ।
তঞিও বধ-ভাগী ভৈলি কিক লাগি
বিবসন কৰি অঙ্গে ॥ ১৪৪ ॥
আৰে যেৰে শাপ নেদো শুনা বাপ
সত্বৰে দিয়ো বসন ।
শুনিয়া হেনয় বিনয়ে বোলয়
আমিৰছাহা-নন্দন ॥
নুবুলিবা মন্দ কৰিয়ো আনন্দ
দেৱৰ ৰমণী ধন্যা ।
সৰ্ব্ব সুলক্ষণী ভুৱন-মোহিনী
নাহি তুমি সম কন্যা ॥ ১৪৫ ॥
দানী মানী সতী দায়ালুক-মতি
লোকৰ দুখ-হৰণী ।
দেখিয়া তোহোক দহিলে মোহোক
সমূলে কাম-অগনি ॥

থিৰ নোহে গাৰ কাম্পে হাত পাৰ
ভৈল বিয়াকুল মন।
তোত হাবিয়াসে কৰি আতি সাসে
লুকাইলো মঞি বসন ॥ ১৪৬ ॥
আরে প্রাণ-দান দিয়োক এথান
ভজিয়ো মোক সুন্দৰী।
নপাইলে তোহোক কহিলো প্রত্যেক
যাইবো তোত বধে মৰি ॥
নভাগুিবি প্রিয়া চৰণে সেৱিয়া
থাকিবোহো অহর্নিশে।
দাস কৰি লৈয়ো যৈতে লাগে থৈয়ো
ভজিয়ো মন হৰিষে ॥ ১৪৭ ॥
সমুখে বচন বুলিয়া এখন
জুড়াওক হৃদয় সতী।
মোহোৰ বসন কৰা পৰিধান
নকৰিবা আন মতি ॥
কদাচিতো তোৰ নেদিবো কাপৰ
দিয়ো যেহি লাগে শাপ।
তাকো শঙ্কা নাই কহিলো বুঝাই
হোক লাগে যেহি পাপ ॥ ১৪৮ ॥
পুরুষ-মাৰণ যদি তোৰ মন
মোৰ কিবা ভৈল হানি।

শুনিয়া তোহোকে হাসিবেক লোকে
আপুনি জানা কল্যাণী ॥
হেনয় কাতৰ কৰিয়া কুমৰ
গাৱৰ বস্ত্র খসাই।
দিলা সুন্দৰীক ছাৰিয়া ভয়ক
আপোনে উঠি মেছ্লাই॥ ১৪৯ ॥
পাছে চাহাপৰী চিত্ত থিৰ কৰি
গুণি-গান্থি হৃদয়ত ।
বিধিৰ লিখন নযাএ মিটন
আছিল যিবা পূৰ্ব্বত ॥
যি ভৈল সি ভৈল মনুষ্যো ধৰিল
মোৰ নিজ-কৰ্ম্ম-বশে।
নকৰো পয়াণ এড়াইবাকো টান
পড়িলো বন্দী আৱশে॥ ১৫০ ॥
এহি চিন্তি তাই কুমৰক চাই
বুলিলন্ত পুনৰ্ব্বাৰ।
তোমাৰ বাঞ্ছন কৰিবো পূৰণ
কৰা দুখ পৰিহাৰ ॥
চলিয়ো ভৱন কৰিলো গমন
ভজিলো নিশ্চয় কৰি ।
শুনি তেতিক্ষণে ৰাজাৰ নন্দনে
ৰঙ্গে শাবটিয়া ধৰি ॥ ১৫১ ॥

শতেক চুম্বন কৰিলা বন্দন
স্নেহে আতি মগ্ন হুয়া।
হাতত ধৰিয়া জয় ডাক দিয়া
মন্দিৰ পশিল গৈয়া ॥

॥ পদ ॥

এহিমতে কন্যা সমে ৰাজাৰ কুমৰে।
পশিলন্ত গৈয়া পাছে নিজ অভ্যন্তৰ ॥ ১৫২ ॥
যথা ধাই আছন্ত তথাতে মিলিলন্ত।
সাৰশেষে সবে তাইৰ আগে কহিলন্ত ॥
অৰে ধাই তোহোৰ যে উপদেশ-বলে।
দেৱ-অপেস্বৰাকো ধৰিলো মঞি ছলে ॥ ১৫৩॥
আৰে চাহাপৰীৰ ৰাখিয়ো বস্ত্ৰখান।
ভালমতে ৰাখিবি নজানে যেন আন ॥
নিচয়ে মোহোৰ প্ৰাণ বসনে আছয়।
যদি কন্যা পাৱে পুনু যাইবেক নিশ্চয় ॥১৫৪॥
এহি বুলি সঙ্কেতে ধাইত কহিলন্ত।
পাছে সুন্দৰীক হাতে সুম্পিয়া দিলন্ত ॥
ইটো কন্যা-বস্ত্ৰ ৰাখিবাহা ভাল কৰি।
মৰিবোহো নিষ্টে যদি যাৱে অপেস্বৰী ॥১৫৫॥
মোহোত অধিকে আঙ্ক কৰিবা পালন।
সদায়ে খুৱাইবা অন্ন মোদক ব্যঞ্জন ॥

কুমাৰে বিয়া কৰিব খোজাত চাহাপৰীৰ ছলনা-বাক্য

অনন্তৰে খোজে সিটো বিহা কৰাইবাক।
মিনতি কৰিয়া কন্যা বুলিলেক বাক ॥১৫৬॥
ৰাজাৰ কুমৰ তুমি পৰম পণ্ডিত।
কুচিতৰ কৰ্ম্ম নকৰিবা কদাচিত ॥
যেতিক্ষণে তুমি ধৰি আনিলা আমাক।
ভনীসৱ চলি যাইতে দেখিলে তোমাক ॥১৫৭॥

সেহিমতে আসি লৈব সমুচিত ধন।
তোমাক আমাক বিহা দিবাৰ কাৰণ ॥
হেনয় আমাৰ পূৰ্ব্ব নিবন্ধ আছয়।
বিত্ত-প্ৰতিগ্ৰহণে তেৱেঁসে বিহা হয় ॥ ১৫৮॥

বিধিৱত কৰ্ম্ম আক খণ্ডিতে নপাৰি।
নিশ্চয়ে আসিবে বাট চাহি মাস চাৰি ॥
কন্যাৰ শুনিয়া হেন উচিত বচন।
পৰম সন্তোষে ৰৈল ৰাজাৰ নন্দন ॥ ১৫৯ ॥

কুমৰীও হেন বুলি কুমৰৰ সঙ্গে।
চড়িলা টঙ্গিৰ উপৰত গৈয়া ৰঙ্গে ॥
ৰাত্ৰি-দিনে থাকৈ তাতে খাৱৈ ভাত-পানী।
সুগন্ধ কস্তুৰী চুয়া পিন্ধে তাতে আনি॥১৬০॥

পাশা-খেড়ি খেলে সদা কৰে নানা ঢঙ্গ।
খানিকো নচাৰে কুমাৰীৰ বীৰে সঙ্গ ॥

চাহাপৰীয়ে ছল কৰি কুমাৰক চিকাৰলৈ পঠোৱা

এহিমতে পূৰ ভৈলা জানি ছয় মাস।
চাহাপৰী বুলিলেক কুমৰৰ প
পৰম ক্ষত্রিয় তুমি ৰাজাৰ নন্দন।
চিকাৰ বিহিনে কেনে কৰস্ত ভোজন ॥ ১৬১ ॥
নিতে পশু মাৰিয়া ভোজন পূৰ্ব্ব ধৰি।
এৱে কেনে খাৱা ভাত চিকাৰ নকৰি ॥
হাসিবেক লোকে শুনি হেন ব্যৱহাৰ।
অপমান পাইবো মঞি সঙ্গত তোমাৰ ॥ ১৬২
হেন শুনি যুৱৰাজে বুলিলা কন্যাক।
যেহি দিনা স্নুন্দৰী লভিলো তোমাসাক ॥
হেন শ্ৰদ্ধা নাহি মোৰ এৰি যাইতে মনে।
তোমাকেসে দেখো সদা সচেতে সোপনে ॥ ১৬৩ ॥
হাসোক বা লোকে মোক টুটি যাউক বল।
তুমি বিনা আন মঞি চাড়িলো সকল ॥
কন্যা বোলে মোৰো হেন আছয় আদৰ।
তোমাক নাদেখি ৰহিবাক নাৰোঁ ঘৰ ॥ ১৬৪
ভিন্ন হেন জ্ঞান মোৰ নাভাবিবা মনে।
নিচিন্তে চিকাৰ কৰা হাসিবেক জনে ॥
হেন শুনি মন-তুষ্ট ভৈল যুৱৰাজ।
নবুজিলা কন্যাৰ কপট ইটো কাজ ॥ ১৬৫ ॥
আৰ দিনা ঘোৰে চড়ি সৱ সৈন্য লৈয়া।
চিকাৰে চলিল কুমাৰীক সম্বুধিয়া ॥

ধাইক ছলনা কৰি চাহাপৰী পলোৱা

জানিলন্ত মনে বনে চলিল কুমৰ।
মায়া কৰি গৈল কন্যা ধাইৰ ওচৰ ॥ ১৬৬ ॥
অৰে ধাই তুমি কিবা শুনি আছ কথা।
আজি কামসিকজাদা গৈয়া আছে যথা ॥
কুমাৰীৰ বাক্য শুনি বুলিলেক ধাই।
নাজানোহো কুমৰ চলিল কোন ঠাই ॥ ১৬৭ ॥
চাহাপৰী বোলে মঞি বুজিলো ধিয়ানে।
বাপ আনিবাৰ গৈল বিহাৰ কাৰণে ॥
ধাইৰ আগে বচন বোলয় মায়া কৰি।
নাহি পখালন গাৱ ছয় মাস ধৰি ॥ ১৬৮ ॥
মলিন বসন মোৰ মলিন যে বেশ।
মস্তকত ভৈল সৰে আউল-জাউল কেশ ॥
মোক আসি এখানত দেখিবে নৃপতি।
আসিবে মহিষী আৰ শতেক যুৱতী ॥ ১৬৯ ॥
মোহোৰ মলিন বেশ দেখিবেক যেৱে।
কুমৰে পাইবেক লজ্জা হাসিবেক সৱে ॥
দেৱৰ ৰমণী মায়া বুঝি কোন জন।
অমাতৰ গাত যেন কোমল বচন ॥ ১৭০ ॥
শুনিয়া ধাইৰ মনে কৰুণা যে হৈল।
হালধি মতাহি লৈয়া গাৱ পখালিল ॥
পুনৰপি কন্যা বুলিলেক ধাইৰ থান।
কেশ কঙ্কিয়াওঁ মঞি দিয়ো ফনিখান ॥ ১৭১ ॥

পাছে ধাই মন্দিৰ-ভিতৰ পশিলন্ত ।
শীঘ্ৰ বেগে তাহাৰ কপাট মেলিলন্ত ॥
ধাইৰ ঘৰে গৈল মায়া পাতিয়া কুমাৰী ।
হাকলে-বিকলে মাতিলেক ডাক পাৰি ॥ ১৭২ ॥
অৰে ধাই হেৰ দেখ আইলাহা সমাজ ।
বাহিৰায়ো সত্বৰে ঘৰত কিবা কাজ ॥
শুনি তাই তেতিক্ষণে বাহিৰ ভৈলন্ত ।
ধাৰৰড়িয়া চাহাপৰী চলিয়া গৈলন্ত ॥ ১৭৩ ॥
শীঘ্ৰ কৰি আপোনাৰ পিন্ধিল কাপোৰ ।
ফাল দিয়া উঠিলেক ঘৰ উপৰৰ ॥
বাহিৰেক গৈয়া ধাই কিছু নাদেখিল ।
কষ্ট মনে পুনৰপি ভিতৰ পশিল ॥ ১৭৪ ॥
চাহাপৰী উঠি আছে দৌলৰ উপৰ ।
অভ্যন্তৰে পশি তাই চাহে নিৰন্তৰ ॥
নাহি চাহাপৰী তথা নাহিকে বসন ।
বিচাৰি নপাই আকুলিত হুয়া মন ॥ ১৭৫ ॥
হাকলে-বিকলে দুনাই ভৈলন্ত বাহিৰ ।
উচ্চ স্বৰে ডাক পাৰে চিত্ত নোহে থিৰ ॥
পাছে দেখিলেক ধাই ঘৰৰ উপৰে ।
বসিয়াছে পিন্ধি কন্যা আপোন কাপোৰে ॥ ১৭৬ ॥
দেখি তাই কন্যাক বুলিল সম্বুধিয়া ।
কৈক লাগি যাহা মাৰ·আমাক এৰিয়া ॥

এখনে আসিব অৰে ৰাজাৰ কুমৰ।
তুমি যদি যাহা আমি কি দিবো উত্তৰ॥ ১৭৭॥
হেন বাক্য শুনি কন্যা বোলন্ত আদৰ।
প্ৰণাম জনাইবা মোৰ পাৱে কুমৰৰ॥
দায়া নাহি চাৱোঁ এৰিবাক নাহি মন।
তভো কুমৰত কিছু বুলিবা বচন॥ ১৭৮॥
অনায়াসে ৰত্ন যদি পাৱে যিবা নৰ।
নাহি তাত বহু দায়া নাহিকে আদৰ॥
যদিবা অনেক মূল্য তাহাত আছয়।
বিনা যত্নে পাইলো বুলি স্নেহ নকৰয়॥১৭৯॥
বৰ যত্নে যদিবা সামান্য বস্তু পাই।
যত্নে ৰাখে তাকো জানো কহিত হৰাই॥
এহি জলে আইলো আমি খেলা খেলাইবাৰ।
বিনা যত্নে মোক ধৰি ৰাখিলে কুমাৰ॥ ১৮০॥
যি কাৰণে বিনা দুখে আমাক পাইলন্ত।
সি কাৰণে অনেক অৱজ্ঞা কৰিলন্ত॥
হৰাইলেও নাটুটে মৰিলে নাহি বেথা।
এতেকে কুমাৰ আগে কহিবিহি কথা॥ ১৮১॥
শুন ধাই দায়া যেৱে আছে কুমৰৰ।
মোক প্ৰতি যাইব তেৱে ৰোকাম চহৰ॥
এহি বুলি দেৱকন্যা অন্তৰীক্ষ ভৈল।
তেখনে পড়িয়া ধাই কান্দিবাক লৈল॥ ১৮২॥

অনেক যুৱতী কান্দে লোটাৰি পাৰিয়া।
হা হা কন্যা কাহা গৈলা আমাক চাৰিয়া॥
মৰিব কুমৰ আসি তোহোক নপাই।
আৱে কৈক যাওঁ কৰোঁ কমন উপায়॥ ১৮৩॥*
এহি বুলি সৱে জনী শোকাকুল হুয়া।
আউল-বাউল কেশ বস্ত্র মুখে মাটি খায়া।
পৰি আছা ধৰণীত গেৰা-গেৰি পাৰি।
ধূলিয়ে ধূসল গাৱ হুয়া সৱে নাৰী॥ ১৮৪॥

কুমাৰৰ কাতৰ অৱস্থা

অনন্তৰে যুৱৰাজ আসিলা ভৱন।
দেখয় সকল যদি কৰয় ক্রন্দন॥
কি কাৰণে হৈল হেন কৰিয়া জিজ্ঞাস।
হাকলে-বিকলে সোধে হুয়া নিৰুশ্বাস॥ ১৮৫॥
অৰে ধাই কিক সৱে কৰস ৰোদন।
হেন বিকৰ্থনা কৰি আছে কোন জন॥
কিবা নিজ দেশে চলি গৈল চাহাপৰী।
কৰিয়ো বেকত মোক বিলম্ব নকৰি॥ ১৮৬॥

---

* পুথিত ১২-সংখ্যক পাত নাই। কিন্তু ১৩-সংখ্যক পাতৰ আৰম্ভতে আছে—

হাজাৰ প্ৰণাম মোৰ কুমৰক প্ৰতি॥
ৰাজাৰ নন্দন মহা গুণেৰ সাগৰ।
চাড়িতে নপাৰো তাক দায়া বহুতৰ॥

থাক ১৮০ পদৰ পিচৰ আধাৰপৰা ১৮৩ পদলৈকে পুনৰাবৃত্তি মাধোন। গতিকে এইখিনিত পদ হেৰোৱা যেন নালাগে।

হেন যেৰে শুনি ধাই দিলন্ত উত্তৰ।
কিবা সোধা যুৱৰাজ ভৈল আথান্তৰ॥
যেতিক্ষণে গৈলা তুমি কৰিতে চিকাৰ।
তেখনে আসিল কন্যা অনেক হাজাৰ। ১৮৭॥
কহিব ৰমণী মঞি নাজানোহো মনে।
ক্ৰোধ কৰি আমাক বেঢ়িল তেতিক্ষণে॥
কিলাই কোবাই বহু বিকৰ্থনা কৰি।
বস্ত্ৰে সমে কাঢ়িয়া নিলেক চাহাপৰী॥ ১৮৮॥
হেন শুনি তেতিক্ষণে নৃপতি-নন্দনে।
নিঢালে পৰিল ধৰণীত তেতিক্ষণে॥
নাহি মাত-বোল নাহি চক্ষুৰ নিমেষ।
দেখি প্ৰজাগণে লাগিলেক উসমিস॥ ১৮৯॥
কেহো জল সিঞ্চে কেহো ঘসয় চন্দন।
কেহো কেহো দিয়ে বাৱ চামৰ ব্যজন॥
তথাপিতো কুমৰে চেতন নকৰয়।
এহিমতে তিনি দিন মূৰ্চ্ছিতে আছয়॥ ১৯০॥
হেনমত দেখি ধাই জিজ্ঞাসি মনত।
ডাক পাৰি কহে যুৱৰাজৰ কাণত॥
শুন হে কুমৰ দেখ মেলিয়া নয়ন।
পুনৰপি চাহাপৰী আসিছে এখন॥ ১৯১॥
তোমাৰ হেনয় বাপ বিপত্তি দেখিয়া।
পুৰ হন্তে দেৱকন্যা মিলিল আসিয়া॥

শুনিল কুমৰ যদি আইল চাহাপৰী।
চক্ষু মেলি বোলে কথা মোৰ প্ৰাণেশ্বৰী ॥১৯২॥
চতুৰ্ভিতি চাহিয়া কন্যাক নেদেখিল।
পুনৰপি মহাশোকে কান্দিতে লাগিল ॥
জাঞলে মাৰয় হৃদয়ত ঘনে মুঠি।
ঢাত ঢাত পৰে ধৰণীত উঠি উঠি ॥ ১৯৩॥
নাহি শ্ৰুতি-বুদ্ধি যেন বাতুলৰ নয়।
একোৱে প্ৰকাৰে সিটো সান্ত্বনা নোহয় ॥
যত লোকে নানা মতে বুঝাৱে তাহাক।
উথৰাত জল যেন নুশুনয় হাক ॥ ১৯৪ ॥
হেন মতে কান্দি সিটো প্ৰহৰ তৃতয়।
পুনৰপি ধাইৰ আগে বোলয় বিনয় ॥
শুন শুন ধাই-মাৱ কৰোহো গোচৰ।
যাহান্তে সুন্দৰী তোত কি দিলে উত্তৰ ॥ ১৯৫ ॥
কি দোষে মোহোক চাড়ি গৈল প্ৰাণেশ্বৰী।
আষাৰেক কহ মোত বিলম্ব নকৰি ॥
যতেক সম্পদ মোৰ সৱে অকাৰণ।
যত ভোগ কৰোঁ পিন্ধো সৱে অকাৰণ ॥ ১৯৬ ॥
বাপ মাৱ তেজিবো হৈবোহো দেশান্তৰী।
যোগী হুয়া ফুৰিবো খাইবোহো ভিক্ষা কৰি ॥
হেন বা সন্তাপ মঞি পাসৰিতে পাৰোঁ।
নহে বিষ খাই জলে জাম্প দিয়া মৰোঁ ॥ ১৯৭ ॥

যদি হেন দেখো শুন প্ৰাণেৰ স্থন্দৰী।
সত্যে সত্যে মৰিবো কহিবো নিষ্ঠ কৰি ॥
কুমৰৰ হেনয় বচন শুনি ধাই।
লাসে লাসে সকৰুণে বোলৈ মুখ চাই ॥ ১৯৮ ॥
শুন শুন হেৰ বাপ নৃপতি-নন্দন।
সিটো দেৱ-নাৰীক নিৱয় যেতিক্ষণ ॥
কিল-কোব সহি যত ভয় পৰিহৰি।
পাছে পাছে যাওঁ উচ্চ স্বৰে ডাক পাৰি ॥ ১৯৯ ॥
কিবা দোষে আমাক ছাড়িয়া যাস আই।
মৰিবে কুমৰ আসি তোমাক নপাই ॥
কি দিবো উত্তৰ তাঙ্ক মোৰ কিবা গতি।
যদি দায়া আছে আমাৰেক কহ সতী ॥ ২০০ ॥
তৱে চাহাপৰী কন্যা আকাশৰ হন্তে।
বুলিলেক বাণী মই ডাকন্তে ডাকন্তে ॥
শুন হেৰ ধাই কহো তোহোত সম্প্ৰতি।
হাজাৰ প্ৰণাম মোৰ কুমৰক প্ৰতি ॥ ২০১ ॥
ৰাজাৰ নন্দন মহা গুণেৰ সাগৰ।
চাড়িতে নপাৰোঁ তাঙ্ক দায়া বহুতৰ ॥
আসিলো এথানে জল-খেলা খেলিবাৰ।
বিনা দোষে মোক ধৰি ৰাখিলা কুমৰ ॥ ২০২ ॥
অনায়াসে যদি পাৱে বহুমূল্য ৰত্ন।
তাহাকো আদৰ নাহি নাৰাখয় যত্ন ॥

বহু দুখে যদি অল্প বস্তুক পাৱয় ।
কৰয় আদৰ-স্নেহ যতনে থৱয় ॥ ২০৩॥
এতেকে মোহোত তান নহৈবেক বেথা ।
হেন জানি ধাই মন্ত্রি চলি যাওঁ এথা ॥
যদি কুমৰৰ মোত আছয় আদৰ ।
আপুনে চলিবে তেবে ৰোকান চহৰ ॥ ২০৪ ॥
এহি বুলি কুমাৰী চলিলা নিজ পুৰী ।
তোমাত কহিলো সৱে জানি নিষ্ঠ কৰি ॥
কুমাৰে ৰোকাম নগৰ বুলি যাত্ৰা কৰা
ধাইৰ মুখত শুনি এতেক বচন ।
উঠিলা ভূমিৰ শীঘ্ৰে কুমৰ তেখন ॥ ২০৫ ॥
বুলিতে লাগিল পাছে ভাণ্ডাৰীৰ থানে ।
সৱে ধন আন তুমি মোৰ বিদ্যমানে ॥
যিবা জনে বাপ মাৱ কুটুম্ব তেজিয়া ।
পুত্ৰ ভাৰ্য্যা সৰ্ব্বস্বৰ স্নেহক এৰিয়া ॥ ২০৬ ॥
আমাৰ লগত পাৰে বৈদেশ হৈবাক ।
নিৱৰ্ত্তিয়া সৱে ধন দিবোহো তাহাক ॥
হেন শুনি ভাণ্ডাৰী চলিলা তেতিক্ষণ ।
কুমৰৰ আগে আনি দিলা সৱে ধন ॥ ২০৭ ॥
অনন্তৰে যুৱৰাজে সবাকো বোলয় ।
শুনা সৈন্যগণ মোৰ কথা যেননয় ॥
পুত্ৰ ভাৰ্য্যা কুটুম্বৰ স্নেহক পাসৰি ।
যিবা জনে মোৰ লগে যাহা নিষ্ঠ কৰি ॥ ২০৮ ॥

নিৱৰ্ত্তিয়া লৈয়ো ধন যত পাৱা মানে ।
শুনি দশ জনে বোলে কুমৰৰ থানে ॥
তোমাৰ প্ৰসাদে প্ৰভু আছে যত ধন ।
বসিয়া খাইতে পাৰোঁ যাৱত জীৱন ॥২০৯ ॥
যথা যাহা তথা যাইবো বুলিলোহো সাৰ ।
যত ধন আছে লগে লৈবো আপুনাৰ ॥
মিত্ৰৰ কাৰ্য্যত যিবা শৰীৰ পৰয় ।
অখণ্ড স্বৰ্গক পাৱে শাস্ত্ৰত কহয় ॥২১০ ॥
এতেকে নিচয়ে যাইবো সঙ্গত তোমাৰ ।
সত্যে সত্যে কহিলো সংশয় নাহি আৰ ॥
হেন যেৱে বচন কুমৰে শুনিলন্ত ।
তুষ্ট হুয়া আঁশীৰ্ব্বাদ সৱাকে দিলন্ত ॥২১১ ॥
সোণা ৰূপা হীৰা মণি মাণিক ৰত্নক ।
অৰ্বুতে নিযুতে দিলা একোহো জনক ॥
পাছে ধাই সত্য কৰাই নৃপতি-নন্দন ।
সৈন্যসকলকো হেন বুলিলা বচন ॥২১২ ॥
সৱাহাকে হেৰা মঞি কৰোহোঁ প্ৰণাম ।
কেহো কাতো নকহিবা চলোঁহো ৰোকাম ॥
পুনৰপি বোলো তোক শুন ধাই-মাৱ ।
নাদেক অন্তৰে কেৰা নৃপতিৰ থাৱ ॥২১৩॥
এতি বুলি শুভক্ষণে কুমৰ চলিলা ।
দশ গোটা লোক তাৰ লগতে লৰিলা ।

হেন দেখি ধাই সমে সৱে কন্যাগণ।
ভূমিত লোটাৰি পাৰি কৰয় ক্ৰন্দন ॥২১৪॥
কম্পালে হৃদয়ে হানে গুণক বৰ্ণাই।
আমাক ছাড়িয়া বাপু গৈলা কোন ঠাই ॥
সুকুমাৰ তনু তুমি ৰাজাৰ কুমাৰ।
যাইবাক নাপাই জানো হৈবি ছাৰখাৰ ॥২১৫॥
মলিন বসন ধৰি তপসীৰ বেশ।
ভিক্ষা কৰি ফুৰিবা সকলে দেশ দেশ ॥
শীতল শয্যাত যিটো আছিল সুতিয়া।
এবে থাকিবাহা বাপু ভূমিত পড়িয়া ॥২১৬॥
সুগন্ধ কস্তুৰী গাৱে দেৱাঙ্গ বসন।
শীতল বতাসে সেৱৈ দাসী যত গণ ॥
ডাসে মশে খাইবে ত্যাজি সিহেন শৰীৰ।
সুমৰিয়া তাহাক হৃদয় হৱে চিৰ ॥২১৭॥
এহিমতে সৱে লোকে বিস্তৰ কান্দই।
নকহিলো আৰু তাক বাহুল্যক ভয় ॥
অন্তৰে এক মাস বৈয়া গৈল যেৱে।
নৃপতিৰ আগে ধাই কহিলেক তেৱে ॥২১৮॥
ভাণ্ডিয়া কহয় কথা দণ্ডক শঙ্কাই।
উচিত কহিলে জানো বিপাক মিলই ॥
প্ৰণাম কৰিয়া কহে শুনা মহীপাল।
এক দিনা বনে গৈলা তোমাৰ ছৱাল ॥২১৯॥

ধাৱে আমিছাঁহাক বতৰা দিয়া।

পশু মাৰি ফুৰৈ বেগে তুৰঙ্গত চৰি।
লগক নপাৱে সৈন্য সকলে লৰৰি॥
কহিত পশিল কেহো বিচাৰি নপাই।
ঘোৰ অৰণ্যত ফুৰে সৱে লোকে চাই ॥২২০॥
দুই দিন এক ৰাত্ৰি কৰিয়া বিচাৰ।
উলটি আসিলা সৱে নাপায়া কুমাৰ॥
হেন কথা শুনি ৰাজা শোকাকুল হুই।
সিংহাসন হন্তে পৰিলেক মাটি খাই ॥২২১॥
মহিষীও সেহিমতে পৰি ধৰণীত।
নাহিকে চেতন দুয়ো ভৈলন্ত মূৰ্চ্ছিত ॥
উশাস-নিশ্বাস নাই চক্ষুৰ নিমেষ।
দেখি প্ৰজাগণৰ লাগিল উসমিস ॥২২২॥
শীতল চন্দন ভৈল জলক সিঞ্চই।
কেহো জনে সুশীতল চামৰে ঢোলই ॥
তথাপিতো চেতন নকৰে নৰেশ্বৰ।
এহিমতে আছিলন্ত দুতয় প্ৰহৰ ॥২২৩॥
পাছে উঠি জাউ হিয়াত মাৰিলন্ত।
পুনু পুনু উঠি উঠি ভূমিত পৰন্ত॥
হেন দেখি পাত্ৰগণে কৰি আলোচন।
বুলিলা অনেক মতে সান্ত্বনা-বচন ॥২২৪॥
শুনা প্ৰভু নৰেশ্বৰ এৰা শোক-ভাৰ।
এখনে নোহয় প্ৰভু ইহাৰ প্ৰভাৱ॥

চলিলা কুমৰে মৃগ মাৰিবাক লাই।
একেশ্বৰে আছে কাৰো লগক নপাই ॥২২৫॥
আতি ঘোৰ অটব্য কোনবা গহ্বৰত।
আছন্ত একলে তাক বিচাৰিবে কত॥
হেন জানি সসৈন্যে চলোহো চপকৰে।
নিঃশেষ কৰিয়া চাহো অৰণ্য ভিতৰে ॥ ২২৬ ॥
অৱশ্যে পাইবোহো তাঙ্ক কহিলো নিশ্চয়।
তভো যদি নাপাওঁ শোক কৰিতে লাগয় ॥
মন্ত্ৰীসকলৰ শুনি উচিত বচন।
তেতিক্ষণে সসৈন্যে লৰিলা ঘোৰ বন ॥ ২২৭ ॥
অনেক যতনে তাতো বিচাৰি নপাই।
পুনৰপি ঘৰে পশিলন্ত মহাৰায় ॥
পাছে শোক-শেলে ৰাজা পৰিয়া ভূমিত।
ভাৰ্য্যাগণে সমে ছুনাই লাগিল কান্দিত ॥ ২২৮ ॥

॥ ছবি ॥

আমিৰ্ছাহাৰ বিলাপ

ভূমিত পৰিয়া ৰাই শোকে জৰ্জ্জৰিত কায়
বিমূৰ্চ্ছিত হোৱৈ ঘনে ঘন।
খনো মাৰে কপালত জাওোলায়ে হৃদয়ত
আউল-জাউল গাৰৰ বসন ॥
খনো খনো বাগৰিয়া উচ্চ স্বৰে ডাক দিয়া
বোলৈ কৈক গৈলাহা পুতাই।

বৰ কষ্টে পাইলো তোক কিসক চাৰিলা মোক
ইটো শোক-থানে যে পেলাই ॥ ২২৯ ॥
সুচান্দ বদন মুখ দেখিলে পাসৰোঁ দুখ
বিমল কমল কলেৱৰ ।
কহিক নগৈলি বাপ কিমতে সহিবি তাপ
তই বৰ ৰাজাৰ কুমৰ ॥
কিবা বন ভিতৰত তোমাক কৰিলে হত
সিংহ বাঘ ভালুক মাৰিয়া ।
কিবা ভূত প্ৰেতগণে খাইলে তোক ঘোৰ বনে
সুকোমল মাংসক দেখিয়া ॥ ২৩০ ॥
যদি আছ জীৱন্তত কোনো গিৰি-গহ্বৰত
পৰি জানো আছাহা একলে ।
উদ্দেশ নপাইলো তোৰো এতেকেসে পুৰি মৰোঁ
ইহেন দাৰুণ শোকানলে ॥
কঠিন কণ্টক-বনে বিন্ধিবেক সৰ্ব্বক্ষণে
ৰুধিৰে তিন্তিবে সৱ গাৱ ।
খাইবাক নপায়া বাপে শুখাই যাইবি ভোখে-তাপে
থাকিবা কাহাৰ গৈয়া ঠাৱ ॥ ২৩১ ॥
সুকোমল শৰীৰক ডাসে মশে ভক্ষিবেক
শয়ন ভোজন কেনমতে ।
জানিলো নিশ্চয় কৰি মোহোক অন্ধলা কৰি
মৰি যাইব্হি ঘোৰ অৰণ্যত ॥

ধিক নৰ দণ্ড ছত্ৰ হস্তী ঘোৰা বাদ্য-ভণ্ড
ধিক মোৰ সৱে ৰাজ্য-ভাৰ ।
নিষ্ফল জীৱন ধৰোঁ কিবা বিষ খায়া মৰোঁ
কি সুখে বঞ্চিবো এথা আৰ ॥ ২৩২ ॥
অৰে নিকৰুণ বিধি হাতে দিয়া নৱনিধি
মিলি পুনু মোহোৰ বিপাকে ।
কি দোষনো দেখিলাহা তাতো জানো চাড়িলাহা
কুলৰ কমল পুত্ৰ মোকে ॥
তনয়ৰ শোক-ঘাৱে মাতৃগণো ঠাৱে ঠাৱে
কান্দে গুণ বৰ্ণাই বৰ্ণাই ।
পাত্ৰ মন্ত্ৰী সমদলে কান্দে সৱে বিয়াকুলে
কাৰো সদা সুখ-শান্তি নাই ॥ ২৩৩ ॥
এহিমতে দিনা দুই কান্দে বিয়াকুল হুই
নানামতে কৰন্ত ৰোদন ।
বাহুল্যক শঙ্কা কৰি থৈলো তাক পৰিহৰি
অনন্তৰে শুনা কৰি মন ॥
স্বস্থ হুয়া মহীপাল পাঞ্চিলেক কটোৱাল
দেশে দেশে বিচাৰিতে লাই ।
বিচাৰিয়া সৰ্ব্বক্ষণ নপাই অনুচৰগণ
নৃপতিত কহিলা দুনাই ॥ ২৩৪ ॥
ৰজা-ৰাণী বনলৈ যোৱা
হেন শুনি নৰনাথ শোকে চপৰাই মাথ
গুণি-গান্থি আছি কতোক্ষণ ।

বিৰকত হুয়া মনে চলিলন্ত ঘোৰ বনে
সমৰ্পিয়া পাত্ৰ একজন ॥
ৰাজাৰ দেখিয়া ভাৱ গৈলা কুমৰৰ মাৱ
স্বামীৰ লগত অৰণ্যক ।
দিনে ৰাত্ৰি সৰ্ব্বক্ষণে কান্দি কান্দি দুয়ো জনে
ভৈলা তথা শোকতে অন্ধক ॥ ২৩৫ ॥
শুনা সামাজিক চয় দেখিয়োক হুই নুই
বিষয় বিষম-বিষ-ফল ।
আতি ৰুচিকৰময় খাইতে তৃপ্তি নচাৰই
অন্তৰত পীড়য় কেৱলে ॥
যত পুত্ৰ ভাৰ্য্যা চয় সবে মিছা মায়াময়
ক্ষণেকতে সংযোগ বিয়োগ ।
নদীৰ যেহেন জাজি তিলে যাৱে বেগে বাজি
এতেকে ইহাৰ চাৰা ভোগ ॥ ২৩৬ ॥
একো একো কৰি সবে ইষ্ট বন্ধু মৰি যাইবে
আপুনেও মৰিবা নিচয় ।
পথৰ সমল লৈয়ো আন আশা ঠেলি থৈয়ো
হৰি-গুণ চৰণ দুতয় ॥
হুয়া বিৰকত-মতি ভজিয়োক যদুপতি
মুখে নচাৰিবা তান নাম ।
ভাস-ভুস তেজি থৈয়ো ৰাজাতে প্ৰমাণ লৈয়ো
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ২৩৭ ॥

॥ পদ ॥

ছিলাম নগৰৰ ৰজাই কুমাৰক নখন ডিঙা দিয়া

ঋষি নিগদতি কথা শুনা আত অনন্তৰে।
পাছে যেন কৰিলন্ত ৰাজাৰ কুমৰে।
দশগোটা সেৱকে সহিতে চলি যান্ত।
কতো দিনে আপোনাৰ দেশ এড়াইলন্ত ॥ ২৩৮ ॥

ছিলাম নগৰে গৈয়া ভৈলন্ত প্ৰৱেশ।
অম্ৰাৱতী নগৰ-সমান সিটো দেশ ॥
সেহি ৰাজ্যে পশি যেৱে ৰাজাৰ নন্দন।
হাটী বাটী নগৰী ফুৰয় সৰ্ব্বক্ষণ ॥ ২৩৯ ॥

এহিমতে তথাতে আছন্ত দিন ছয়।
বৈদেশী বুলিয়া চিনিলন্ত সমস্তয় ॥
সুকোমল শৰীৰ তৰুণ ....।
শাৰদ-নিন্দিত-ইন্দু বদন শোভন ॥ ২৪০ ॥

বত্তিস লক্ষণ গাৱে আছয় আবৰি।
ৰুচিকৰ দেখিয়া চাৱয় নৰ-নাৰী ॥
কেহো সোধে কৈৰ তুমি কৈৰ হন্তে আসা।
কাহাৰ তনয় কোন নগৰত বাসা ॥ ২৪১ ॥

শুনিয়া কুমৰে কাকো কিছু নোবোলন্ত।
যেন মুঢ়া গছগোট বসিয়া থাকন্ত ॥
পাছে কটোৱাল এক গোটাক দেখিয়া।
নৃপতিৰ আগে তেৱে কহিলেক গৈয়া ॥ ২৪২

কোনবা দেশৰ এক সুন্দৰ কুমাৰ।
আজুকা দেখিলো প্ৰভু ৰাজ্যত তোমাৰ॥
হেনয় বচন যদি নৃপতি শুনিলা।
শীঘ্ৰ কৰি আনিবাক আদেশ কৰিলা॥ ২৪৩॥
শুনি তেতিক্ষণে আসি বেগে কটোৱালে।
ৰাজাৰ আগত যোগাইলেক সেহিতালে॥
কুমৰেও বণ্টা ভৰি ৰতন শতেক।
হাত-যোৰ কৰিয়া ৰাজাক ভেটিলেক॥ ২৪৪॥
অনন্তৰে গৈয়া সিটো প্ৰণাম কৰিলা।
অমূল্য ৰতন শত বিদ্যমানে দিল॥
দেখি নৰপতি তাক আকলিলা মনে।
গাৱত আছয় সৱে ৰাজাৰ লক্ষণে॥ ২৪৫॥
সামান্য পুৰুষ ইটো জানিলো নোহয়।
হেন চিন্তি বোলৈ তুমি কাহাৰ তনয়॥
কিবা নাম তোমাৰ বসতি কোন দেশ।
কোন কামে মোৰ ৰাজ্যে কৰিছা প্ৰৱেশ॥ ২৪৬॥
হেনয় বচন যদি নৃপতি বুলিলা।
মলিকজাদায়ে পাছে কহিতে লাগিলা॥
শুনিয়োক প্ৰভু আমিৰচাহা নৰেশ্বৰ।
নামে মলিকজাদা আমি তাহানে কুমৰ॥ ২৪৭॥
নিজ দেশ চাৰি চাহা পত্নীৰ কাৰণে।
ৰোকাম নগৰৈ লাগি চলো এক মনে

এতেক শুনিয়া তাৰ দায়া সম্পজিল।
গৌৰৱ কৰিয়া বিদ্যমানে বস্তুৱাইলা ॥ ২৪৮ ॥
ৰাজা বোলে কেনমতে পাইলা চাহাপৰী।
কিমতে তোমাক ভাণ্ডি চলিলা কুমাৰী ॥
কুমৰে বোলয় আৱে শুনা নৰেশ্বৰ।
একদিনা গৈলো মঞি বনেৰ ভিতৰ ॥ ২৪৯ ॥
চাহাপৰী গৈলা তথা খেলা খেলিবাক।
উপায় কৰিয়া মঞি ধৰিলো তাহাক ॥
ছয়-মাস কুমাৰী আছিল মোৰ সঙ্গে।
একত্রে খেলিলো পাশ-শাৰী শতৰঙ্গে ॥ ২৫০ ॥
পাছে মায়া কৰি নাৰী পিন্ধিয়া বসন ॥
হেন কথা বুলি গৈল আপুন ভৱন ॥
যদি কুমৰৰ মোত আছয় আদৰ ॥
তেৱে মোক পাইব গৈয়া ৰোকাম চহৰ ॥ ২৫১ ॥
সেহি দিনা হন্তে মঞি পাগল যে হৈলো ॥
বাপ-মাৱ তেজি এথা গমন কৰিলো ॥
পুনৰপি নৃপতি বদতি কুমৰত।
কেনে হেন কৰ তঞি নাৰীৰ লগত ॥ ২৫২ ॥
বাপ মাৱ তেজি নিজ দেশক চাৰিয়া।
লোক হস্তুৱাই যাহা দেশান্তৰী হুয়া ॥
শুন শুন কুমৰ মোহোৰ বোল লৈয়ো।
ইটো ভাস-ভুস সৱে পাশে ঠেলি থৈয়ো ॥ ২৫৩ ॥

যতেক সৰ্ব্বস্ব মোৰ ভণ্ডাৰে আছয়॥
দিলো যতখানি লৈয়ো মনে ইচ্ছা হয়॥
হাজাৰেক যুৱতী সুন্দৰী মনোহৰ।
বহল-জঙ্ঘনী সৱে পীন-পয়োধৰী॥ ২৫৪॥
দিলোহো তোমাক সেৱা কৰিয়া থাকোক।
নোহে যদি ইচ্ছা আছে নৃপতি হুয়োক॥
এহি সিংহাসন পাটে উঠা ৰঙ্গ মনে।
হেন শুনি প্ৰণামিয়া ৰাজাৰ নন্দনে॥ ২৫৫॥
কৰযোৰে বোলে প্ৰভু শুনা নৰপতি।
যদি ৰাজা হৈবে মোৰ শ্ৰদ্ধা আছে মতি॥
কেনে মোৰ এৰি আইলো ৰাজ্য আপুনাৰ।
এতেকে ই বোল প্ৰভু নুবুলিবা আৰ॥ ২৫৬॥
যদি মোক লাগি দায়া আছয় তোমাৰ।
যিমতে ৰোকাম দেশ যাইবে পাৰি সাৰ॥
হেন আজ্ঞা কৰহ আপুনে নৰেশ্বৰ।
তোমাৰ প্ৰসাদে চলো ৰোকাম নগৰ॥ ২৫৭॥
শুনিয়া উত্তৰ তাক দিলা মনায়ক।
অধোমুখে খানিকো নমাতি আছিলেক।
পাছে ৰাজা সদাগৰ অনেক আনিয়া।
গোটে গোটে সৱাতে সুধিলা প্ৰপঞ্চিয়া॥ ২৫৮॥
কোন জনে গৈয়া আছা ৰোকাম নগৰে।
শুনি কৰযোৰে বোলৈ সৱে সদাগৰে॥

কোন দেশে আছে কোন নগৰ ৰোকাম।
আছোক দেখিবে তান শুনা নাহি নাম॥ ২৫৯॥
তাৰ মধ্যে আছে এক বৃধ সদাগৰ।
প্ৰণাম কৰিয়া বোলে ৰাজাৰ গোচৰ॥
শুনি আছো পূৰ্ব্বে মঞি গুৰুৰ মুখত।
কেহো তাক নজানই সদাগৰ যত॥ ২৬০॥
পত্নীসকলৰ ৰাজ্য আতি মনোহৰ।
সুৱৰ্ণৰ প্ৰাঞ্চি সৱ সুৱৰ্ণৰ ঘৰ॥
হাটী-বাটী নগৰী পৰম সুশোভন।
খুজিল মাত্ৰকে বস্তু পাৱে ততক্ষণ॥ ২৬১॥
যদি সেহি ৰাজ্যে আন কোন জন যাৱে।
দেৱ-নাৰীগণ তাক গারু নেদেখাৱে॥
নগৰ বজাৰ আলি পদুলি দেখয়।
নানা বস্তু সৱে পসাৰে আছয়॥ ২৬২॥
যাক যিবা লাগে কিনিবাক পাই তাক।
পসাৰীৰ নামে নাই জনেকো তাহাত॥
উচিত বুজিয়া মূল্য পসাৰতে থৈয়া।
বাঞ্ছিত ইচ্ছায়ে বস্তু যাইবে কিনি লৈয়া॥ ২৬৩॥
সেহি নগৰক যাইবে ইচ্ছা আছে যাৰ।
তিনি ডিঙ্গা ভৰি বস্তু দিয়োক খাইবাৰ॥
জনেকৰ সমাজে এহিসে স্বৰূপত।
যাউক গুৰু স্মৰি ভসাওক সমুদ্ৰত॥২৬৪॥

তেৰেসে ৰোকাম দেশ পাইবে সিটো জন।
শুনিয়া নৃপতি আদেশিলা তেতিক্ষণ ॥
নৱখান ডিঙা ভৰাই ভোজন-সম্ভাৰ।
নিযোজিলা থানকো তাহাতে থাকিবাৰ ॥২৬৫॥
বৃধ সদাগৰকো প্ৰসাদ দিলা ৰঙ্গে।
ৰাজকুমৰকো প্ৰশংসিয়া তান সঙ্গে ॥
শুভ লগ্ন তিথি বাৰে দিলন্ত বিদায় ॥
জয়-ধ্বনি কৰি গাৱ চালিল নৰবায় ॥২৬৬॥

সাগৰত ডিঙা ভগা

কুমৰেও নৃপতিক কৰিয়া প্ৰণাম।
যাত্ৰা কৰি লৰিলন্ত আপোনাৰ কাম ॥
অনন্তৰে গৈয়া পাছে উঠিলেক নাৱে।
সাগৰ মাজক লাগি নিলা বেগে বাৱে ॥২৬৭॥
বৎসৰেক গৈলা যদি সাগৰৰ মাজে।
আনন্দে ডিঙ্গাত চড়ি যান্ত যুৱৰাজে ॥
আচম্বিতে আসি তথা দুইগোটা মাছে।
কামুৰিয়া নাৱো ডিঙা ভাঙ্গিলেক পাছে ॥২৬৮॥
সাগৰৰ মাজত নৌকা ভৈল খান খান।
দৈৱৰ কাৰণে তাৰ ৰহিল পৰাণ ॥
একখানি পাটত ধৰিলে হাত মেলি।
কতো উটে বুৰে জল খাই কতো বেলি ॥২৬৯॥
স্নমৰিয়া অচ্যুত গোৱিন্দ দামোদৰ।
পশিলো শৰণে নাথ প্ৰাণ ৰক্ষা কৰ ॥

হেনমতে সাতদিন জলত ভাসয় ।
অনন্তৰে কাখৰি পাইলন্ত মহাশয় ॥ ২৭০ ॥
মদিলা নগৰত দেৱতাৰ লগত কুমাৰৰ যুদ্ধ
উঠিয়া তীৰত বসিলন্ত হেঠ-মুখে ।
নচলয় ভৰি হাত ভোকে স্নুখে দুখে ॥
দণ্ড চাৰি মানে তথা বসি আছিলন্ত ।
পুনৰপি উঠি লাসে লাসে চলিলন্ত ॥২৭১॥
থিৰ নোহে গাৱ চক্ষু দেখন্ত আন্ধাৰ ।
খোজ এক কাঢ়িবে নপাৰে আৰবাৰ ॥
ঢলোঁ পৰোঁ কৰিয়া তথাপি যান্ত চলি ।
অনাহাৰে লালকাল ভৈলা মহাবলী ॥২৭২॥
ঘোৰ মহা অটব্য দেখিতে লাগে ভয় ।
সিংহ ব্যাঘ্ৰ ভাল্লুক বৰাহ আছে তয় ॥
তাৰ মাজে চলন্ত সহায় নাহি আন ।
একমাত্ৰ আছে সঙ্গে খড়্গ-ধনু-বাণ ॥২৭৩॥
বন-শাক শেলুক বিচাৰি যিবা পান্ত ।
মৰো জীওঁ কৰি বীৰে তাহাক চোবান্ত ॥
হেনমতে দিনা চাৰি যান্ত বনে বন ।
মদিলা নগৰে আসি ভৈলা উপসন ॥২৭৪॥
থিৰ কৰি মনক কৰিয়া ভয়হীন ।
বেগ ধৰি চলৈ মনুষ্যৰ পায়া চিহ্ন ॥
কতো দূৰ হন্তে পাৱে মুকল ওলাই ।
একখানি মন্দিৰ পাইলন্ত যাই যাই ॥২৭৫॥

সেহি ঘৰ ভিতৰে জনেক বৃদ্ধ নাৰী।
স্নাকলে-বিকলে তাই কান্দে ডাক পাৰি॥
হেন দেখি অৱনতে ৰাজাৰ নন্দনে।
লাসে লাসে সোধে কথা মধুৰ বচনে ॥২৭৬॥
শুন হেৰ বুঢ়ী আই কি কাৰ্য্যে কান্দস।
পতি পুত্ৰ সমে দেখো সম্পূৰ্ণে আছস॥
একো চিহ্ন নেদেখো নাহিকে বিলক্ষণ।
কিসৰ কাৰণে তুমি কৰাহা ক্ৰন্দন ॥২৭৭॥
বুঢ়ী বোলে কি কহিবো তোহোৰ আগত।
মিলিছে অপায় বৰ এহিতো ৰাজ্যত ॥
কথা হন্তে আসি এক দেৱ মহাবল।
নৃপতি সহিতে বৰ লগাইলা কন্দল ॥২৭৮॥
ৰাজায়ো তাহাৰ সঙ্গে বহুতো যুঁজিল।
একোমতে তাহাক জিনিতে নপাৰিল॥
পাছে যুদ্ধ হাৰি সত্য কৰিলা হেনয়।
প্ৰতি দিনে মনুষ্যেক দিবাক লাগয় ॥২৭৯॥
এহিমতে বলি দান কৰৈ কতো কাল।
আজুকাৰ পঞ্চক মিলিছে মোৰ পাল॥
আছে দুই গুটি পুত্ৰ নাহি আন জনে।
কোনবা জনক দিবো গুণি নপাওঁ মনে ॥২৮০॥
এহি শোক-ঘাৰে বাপু কৰোহো ক্ৰন্দন।
এতেক শুনিয়া যদি নৃপতি-নন্দন॥

পুনু বোলে শুনা মাই বচন আমাৰ ।
যিবা পুত্ৰগুটি দিবা বলি দেৱতাৰ ॥২৮১॥
তাহাৰ বদলে যাইবো কহিলোহো মই ।
কিন্তু শীঘ্ৰ কৰি কিছু দিয়োক অভয় ॥
একাদশ দিন মোৰ নাহিকে আহাৰ ।
এখনে দিয়োক যিবা আছয় খাইবাৰ ॥২৮২॥
বুঢ়ী বোলে সৰ্ব্বথা নাধৰে মোৰ মনে ।
আনক বধিবো কেনে আনৰ কাৰণে ॥
মোৰ যেন তনয়ৰ শোকে দহে প্ৰাণ ।
তযু মাতৃ শুনি শোকে হৈবে সেহিঠান ॥ ২৮৩ ॥
বুঢ়া বোলে ভিক্ষুকে কৰিলে সন্তোষক ।
যাৱে বা নাযাৱে তাৰ নধৰো দোষক ॥
কিন্তু ভিক্ষুকক দান কৰিতে লাগয় ।
এহি বুলি ভোজন কৰিলা বুঢ়া তয় ॥২৮৪॥
অনন্তৰে আসি পাছে বুঢ়াৰ নন্দন ।
জিজ্ঞাসি বোলয় মাৱ ইটো কোন জন ॥
বুঢ়ী নিগদতি আঙ্ক ভিক্ষুক বোলয় ।
আগ-পাছ ধৰি মোৰ নাহি পৰিচয় ॥২৮৫॥
মাগিলেক ভোখে কত দিন অনাহাৰ ।
বদলে যাইবাৰ আজু চাহাৱে আমাৰ ॥
হেন বোল শুনি সিটো পুৰুযে হাসিল ।
গৌৰৱ কৰিয়া তাঙ্ক পুছিতে লাগিল ॥২৮৬॥

কটা গৈল হস্তখান পৰ্ব্বত সমান ।
ক্লেজে তোলবোল বুৰি ঘোৰ অন্ধকাৰ ॥
কুমৰৰো বস্ত্ৰ মানে ৰক্তে বিয়াপিল ।
শ্ৰম-যুক্ত হুয়া পুনু খাটত বসিল ॥২৯৮॥
অনন্তৰে ৰাত্ৰি গুচি সূৰ্য্যৰ উদয় ।
হাড় পেলাইতে হাড়ী আসিলেক তয় ॥
খাটৰ উপৰে বসি আছে খাণ্ডা ধৰি ।
ৰক্তে বিলোপিত পুৰুষেক ক্ৰোধ কৰি ॥২৯৯॥
দেখিয়া হাড়ীৰ মহা ক্ৰোধ ভৈল বৰ ।
কোদাল পেলায়া ভিৰি দিলেক লৰৰ ॥
বহল সমাজ পাতি বসিছা নৃপতি ।
আবৰি আছুয় যত সৈন্য সেনাপতি ॥৩০০॥
হেন বেলা হাড়ী আসি কৰি হাই-ফুই ।
ডাকিয়া ৰাজাত কথা কহে অধোমুই ॥
শুনা মহাৰাজা তযু আজ্ঞা শিৰে ধৰি ।
প্ৰভাততে মঞি দেৱ-ঘৰে গৈলো লৰি ॥৩০১॥
হাড় পেলাইবাক পশিলোহো অভ্যন্তৰ ।
ঊৰ্দ্ধমুখে আছে দেৱ খাটৰ উপৰ ॥
ৰঙ্গা মুখ ৰঙ্গা গাৱ ৰঙ্গা চক্ষুচয় ।
দেখি লৰৰিয়া আইলো পায়া মহা ভয় ॥৩০২॥
হেন শুনি নৃপতি আকুল হুয়া মন ।
দেৱ-ঘৰ লাগি চলিলন্ত তেতিক্ষণ ॥

কতো বেলি আসি পাছে নিকট পাইলন্ত।
ৰাজাৰ কুমৰে নৃপতিক-ভেট পাইলন্ত ॥ ৩০৩ ॥
খাটৰ উপৰ হন্তে তেখনে নামিয়া।
দণ্ডৱতে নমস্কাৰ কৰিল পড়িয়া ॥
দেখি ৰাজা বোলে ৰাত্রি আছিলি কিমতে।
বসন তিতিয়া আছে কিসেৰ শোণিতে॥ ৩০৪ ॥
ৰাজ্যে সমে নাপাৰিলো যাহাক সমৰে।
এৰাইলা কিমতে তুমি তাহাৰ হাতৰে॥
হেন শুনি বুলিলন্ত নৃপতি-কুমৰে।
কি কৰিতে পাৰে মোক দেৱ দুৰাচাৰে ॥ ৩০৫ ॥
আজুক ৰাত্রিত দেৱ আসিয়া এথাত।
আমাক ধৰিতে লাগি মেলিলন্ত হাত ॥
পাছে সেহি হস্তক কাটিলো খাণ্ডা ধৰি।
তৱে দেৱ শব্দ কৰি পলাই লৱৰি॥ ৩০৬ ॥
ৰাজা বোলে মিছা তঞি কহিলি সকল।
কোনে জিনিবাক পাৰে দেৱ মহাবল ॥
কুমৰে বোলয় যদি নাহিকে প্রত্যয়।
হেৰ দেখা হস্তখান পৰিয়া আছয় ॥ ৩০৭ ॥
এতেক শুনিয়া ৰাজা পশিলন্ত ঘৰ।
লগতে চলিল পাত্র মন্ত্রী নিৰন্তৰ।
দেখিলেক কটা হস্ত পৰ্ব্বত-সমান।
জুৰিয়া যে আছয় ঘৰেৰ আদখান॥ ৩০৮ ॥

তেবেসে ৰোকাম দেশ পাইবে সিটো জন।
শুনিয়া নৃপতি আদেশিলা তেতিক্ষণ ॥
নৱখান ডিঙ্গা ভৰাই ভোজন-সম্ভাৰ।
নিযোজিলা থানকো তাহাতে থাকিবাৰ ॥ ৩২০ ॥
বৃদ্ধ সদাগৰকো প্ৰসাদ দিলা ৰঙ্গে।
ৰাজ-কুমাৰকো প্ৰশংসিলা তাৰ সঙ্গে ॥
শুভ লগ্ন তিথি বাৰে দিলন্ত বিদায়।
জয়ধ্বনি কৰি গাৱ চালি নৱবায় ॥ ৩২১ ॥
কুমৰেও নৃপতিক কৰিয়া প্ৰণাম।
যাত্ৰা কৰি লৰিলন্ত আপোনাৰ কাম ॥
অনন্তৰে গৈয়া পাছে উঠিলেক নাৱে।
সাগৰ-মাজক লাগি নিল বেগে বাৱে ॥ ৩২২ ॥
পুনৰ কুমাৰৰ ডিঙা ভগা
বৎসেৰক গৈলা যদি সাগৰৰ মাজে।
আনন্দে ডিঙ্গাত চৰি যান্ত যুৱৰাজে ॥
আচম্বিতে সাগৰত উঠিল জোৱাৰ।
জল-পাকে ভাগি নৌকা ভৈল ছাৰখাৰ ॥ ৩২৩ ॥
যত বস্তু সমে সদাগৰ তল গৈলা।
পূৰ্ব্ব কৰ্ম্ম-বশে কুমৰৰ প্ৰাণ ৰৈলা ॥
একেশ্বৰে যুৱৰাজ সাগৰে ভাসিল।
একখানি পাট পাই তাহাকে ধৰিল ॥ ৩২৪ ॥
দিনা দশ অন্তৰেযে ঘোৰ সমীৰণে।
পেলাইলা তীৰক তাক বিধিৰ ঘটনে ॥

কুপি নগৰত কুমাৰ

কুপি নামে সিটো আতি সুন্দৰ নগৰ ।
তাহাতে উঠিল পাছে ৰাজাৰ কুমৰ ॥ ৩২৫ ॥
দশ দিন অনাহাৰে গাৱে নাহি বল ।
উঠিয়া খোজেক দিবে নপাৰে কেৱল ॥
তভো চিত্ত কৰি দৃঢ় যাৱে ধীৰে ধীৰ ।
লগতে সহায় মাত্ৰ অসি চাপ তীৰ । ৩২৬ ॥
এহিমতে কুমৰ চলন্ত অৰণ্যত ।
যিবা ফল-মূল পাৱে পড়য় হাতত ॥
তাহাকে খাৱয় ভোখে নকৰি বিচাৰ ।
অনন্তৰে নগৰক ওলাইল কুমাৰ ॥ ৩২৭ ॥
পুৰী মধ্যে পশি পাছে দেখি মন্দিৰক ।
প্ৰকাশ কৰয় নানা বিচিত্ৰ অনেক ॥
চৌপাশে বেঢ়িছে আতি দুৰ্গম সঙ্কটে ।
বিদূৰতে আছে হুহি গ্ৰামৰ নিকটে ॥ ৩২৮ ॥
সেহি মন্দিৰক প্ৰৱেশিল যুৱৰাজ ।

কুমাৰে মহাসৰ্প বধ কৰা

দেখে কন্যা এক আছে পালেঙ্গিৰ মাজ ॥
পৰম সুন্দৰী নাৰী নৌতন-যৌৱনী ।
চাৰি দিশে বসি আছে দিব্য কন্যাগণি ॥ ৩২৯ ॥
কুমৰক দেখি সৱে হুয়া সচকিত ।
পুছিবে লাগিলা সৱে আকুলিত চিত ॥
কোন তুমি কৈৱ হন্তে আসা ইটো ঠাৱ ।
কিবা নাম তোমাৰ কৌনবা বাপ মাৱ ॥ ৩৩০ ॥

সত্বৰে কহিয়োঁ বিলম্বত নাহি কাজ।
শুনি হেন উত্তৰ দিলন্ত যুৱৰাজ ॥
আছোক আমাৰ কথা শুনা কন্যাবৰ।
কি কাৰণে আছা সৱে পুৰীৰ অন্তৰ ॥ ৩৩১ ॥
গ্ৰামৰ নিকট নুহি নিৰ্জ্জান থানত।
জনেকো পুৰুষ নাহি আছা কন্যা শত ॥
ৰঙ্গ-ঢঙ্গ দেখিয়া যুৱত-মন মোহে।
সৱে ৰূপৱতী আতি অলঙ্কাৰে সোহে ॥ ৩৩২ ॥
কিসক আছাহা এথা কৰি বিচৰণ।
শুনি ৰাজকুমাৰীয়ে বুলিলা বচন ॥
যি কাৰণে আছো শুনা যুৱত-প্ৰধান।
সকলে কহিবো এথা তোমাসাৰ থান ॥ ৩৩৩ ॥
কুপি নাম এহি দেশ উত্তম নগৰ।
আৰে অধিকাৰী মোৰ পিতা নৰেশ্বৰ ॥
মহাবলী সৰ্প এক কথাৰ আসিল।
অনেক কটক সিটো দংশিয়া মাৰিল ॥ ৩৩৪ ॥
শুনি তাক নৰপতি সমদলে গৈয়া।
জিনিবে নৱৈল শক্তি অনেক যুঝিয়া ॥
ভঙ্গ লভি ভুজঙ্গত পশিয়া শৰণ।
ৰহিল ৰাজ্যত হেন বুলিয়া বচন ॥ ৩৩৫ ॥
পাত্ৰ-মন্ত্ৰী বৰ লোক কিবা আপোনাৰ।
নিতে এক কন্যা দিবো তোমাক আহাৰ ॥

হেন বোল বুলি তাঙ্ক কৰিলা সান্তন।
সেহি ধৰি দিবে লাগে কন্যা একজন ॥ ৩৩৬ ॥
যদি একদিনা সৰ্পে নাপাৱে আহাৰ।
ৰাজা সমে জগতৰে চিন্তে মহামাৰ ॥
আজু কাৰো ঘৰে নপাইলেক একোজন।
এথা মোক দিবে বাপে বলিৰ কাৰণ ॥ ৩৩৭ ॥
মোৰ যত বিৱৰণ কহিলো সকল।
যদি প্ৰাণে জীবা দূৰে এতিক্ষণে চল ॥
শুনিয়া কুমৰে হেন বুলিলা হাসিত।
আত ভয় হন্তে নপলাইবো কদাচিত্ ॥ ৩৩৮ ॥
বিশেষত আছা তুমি মৰণত পৰি।
হেন জানি এড়ি কেনে পলাইবোহো ডৰি ॥
আসোক ভুজঙ্গ মই কৰিবোহো ৰণ।
তীক্ষ্ণ শৰ-চোটে নিবো যমৰ কৰণ। ৩৩৯ ॥
এহি বুলি কুমৰ ৰহিল সেহি থানে।
আচম্বিতে সৰ্পে আসিলন্ত বিদ্যমানে ॥
প্ৰলয়ৰ যেহেন প্ৰচণ্ড হুতাশন।
দেখি কন্যাসকল ভৈলেক অচেতন ॥ ৩৪০ ॥
অনন্তৰে কুমৰে ধৰিলা ধনু-শৰ।
শীঘ্ৰবেগে চলি গৈলা সৰ্পৰ ওচৰ ॥
বহু বহু দুৰাচাৰ কথা হন্তে আস।
মোহোৰ হাতৰ আজি লেহ্লৰে নেড়াস ॥ ৩৪১ ॥

মহা ক্রূৰ কপটী পাপক নাহি ভয়।
অনেক নাৰীক তই কৰিলিহি ক্ষয় ॥
আৰে প্ৰতিকাৰ কৰোঁ হানি ঘোৰ বাণ।
যম-কৰণত আবে দিবো তোক থান ॥ ৩৪২ ॥
শুনি হাসি বুলিলেক সৰ্প ছুৰাচাৰ।
এক দন্তে নলাগস কৰ অহঙ্কাৰ ॥
নামাৰিয়া এৰি দিলো হুয়েৰ অন্তৰ।
তোহোক দেখিয়া দায়া লাগিল বিস্তৰ ॥ ৩৪৩ ॥
সাত মুণ্ড দেখ মোৰ পৰ্ব্বত-প্ৰমাণ।
কি কাৰণে গৰ্ব্ব কৰি আছ বিদ্যমান ॥
শুনি তাৰ গৰ্ব্ব-বাণী ৰুষিয়া কুমৰ।
বাছিয়া জুড়িল তীক্ষ্ণতৰ এক শৰ ॥ ৩৪৪ ॥
আকৰ্ণ পূৰিয়া হানিলেক মহা বেগে।
একগোটা মুণ্ড চিণ্ডিলেক সেহি ছেগে ॥
শিৰ-ছেদ হুয়া কাল-অন্তক ভুজঙ্গে।
ছয়গোটা ফেণা তুলি খেদি গৈলা খঙ্গে ॥ ৩৪৫ ॥
হেন দেখি কুমৰে আথাকে হানি বাণ।
ছয়গোটা মাথাক বিন্ধিলা বৰ টান ॥
শৰ-চোট পায়া বড় কোপে ফণাধৰ।
পুনু খেদি গৈলা শব্দ কৰি ভয়ঙ্কৰ ॥ ৩৪৬ ॥
বিদ্যুতৰ বেগে পাছে ৰাজাৰ সন্তান।
পাক দিয়া উলটি ধৰিলা খাণ্ডাখান ॥

লাঙ্গুল পকায়া সৰ্পে ধৰিবতে খোজয় ।
খাণ্ডা হানি তেখনে ছেদিলা মহাশয় ॥ ৩৪৭ ॥
আৰ কোৰ দিয়া তান ছেদিলা গলক ।
চলি গৈলা সৰ্পৰাজ যম-কৰণক ॥
দেখি কন্যাগণে অতি আচৰিত ভাৱ ।
কুমৰক প্ৰশংসা কৰিলা সেহি ঠাৱ ॥ ৩৪৮ ॥
সসৈন্যে নৃপতি যাত হাৰিল সমৰে ।
হেন ভুজঙ্গক মাৰিলেক একেশ্বৰে ॥
জানিলো ইহাক বলে নাটে ত্ৰিভুবনে ।
অন্যোঅন্যে বোলা-বুলি কৰে নাৰীগণে ॥ ৩৪৯ ॥
পাছে ৰাজ-দুহিতা আনন্দে আকুলিত ।
যথাত কুমাৰ তথা গৈলন্ত তুৰিত ॥
কৰযোৰে বোলে কন্যা বিনাৱে তুৰিত ।
শুনিয়োে সুন্দৰ বৰ মহা বলৱন্ত ॥ ৩৫০ ॥
জানিলো তোমাক বলে যোৰ নাহি কেৱ ।
মহা ধনুধৰ ক্ষেত্ৰি হেন কোন দেৱ ॥
সসৈন্যে যুজিয়া ৰাজা নপাৰিলা যাক ।
নিজ বলে অনায়াসে মাৰিলাহা তাক ॥ ৩৫১ ॥
আৱেযে সুন্দৰ হেৰা তোমাত বিনায়োে ।
আসা হেৰ সেহি মন্দিৰক লাগি যাওঁ ॥
অনেক লভিলা দুখ কৰি ঘোৰ ৰণ ।
তুমিসে মোহোক দুনাই দিলাহা জীৱন ॥ ৩৫২ ॥

কন্যাৰ শুনিয়া সিটো কাৰুণ্য বচন।
মন্দিৰক লাগি বীৰে কৰিলা গমন ॥
কন্যাগণ সমে পাছে পশি ভৱনক।
অনন্তৰে কুমাৰী বুলিলা কুমৰক ॥ ৩৫৩ ॥
হেৰা বীৰবৰ বৈসা ৰত্নৰ আসনে।
আপুনি গৌৰৱে তোৰ পখালো চৰণে ॥
আজি হন্তে স্বামী মোৰ তুমিসে নিচয়।
হাসিয়া বুলিলা শুনি ৰাজাৰ তনয় ॥ ৩৫৪ ॥
কি কাৰণে স্বামী হেন বুলিলা মোহোক।
বেশ্যাৰ লক্ষণ হেন দেখিলোহো তোক ॥
নাহিকে গন্ধৰ্ব্ব-বিহা নাহি পাঞো দান।
কিসৰ সম্বন্ধে মোক বোল হেনঠান ॥ ৩৫৫ ॥
কুমাৰী বোলয় সৰ্প আইল সেহি ক্ষণ।*
নানামতে তাক ৰাজা কৰিলেক ৰণ ॥
পাছে ভঙ্গ লভি হেন প্ৰতিজ্ঞা কৰিল।
দেশে দেশে দূতচয় পঠায়া কহিল ॥ ৩৫৬ ॥
এহি সৰ্প মাৰিবাক পাৰে যিবা জনে।
মোৰ জীউ বিহা দিবো অৰ্দ্ধ ৰাজ্য সনে ॥

* ক পুথিত ২৪-সংখ্যক পাত (৩৫৬ পদৰ "মতে তাক ৰাজা কৰিলেক ৰণ"নপৰা ৩৭৩ পদৰ "আৰ কত দুখে তাক পাই কি নপাই লৈকে) নাই।

শুনি আসিলেক নানা বীৰগণ ধাবে।
একোমতে আক নাপাৰিলা জিনিবাধে ॥ ৩৫৭ ॥
এবে সেহি মহা সৰ্প কৰিলা সংহাৰ।
এতেকেসে তুমি স্বামী উচিত আমাৰ ॥
হেন বোলা-বুলি কৰি আছে দুয়োজনে।
সেহি বেলা আইলা ৰাজা বীৰ-দৰিশনে ॥ ৩৫৮ ॥
দেখন্ত কুমাৰী বসি আছে পালেঙ্গিত।
আৰু এক পুৰুষেক দেখয় তহিত ॥
জিজ্ঞাসিল নৰপতি ইটো কোন জন।
আজু সৰ্পে কন্যাক নখাইলে কি কাৰণ ॥ ৩৫৯ ॥
অদভুত দেখি ৰাজা পুছয় কন্যাত।
কথাৰ কুমৰ ইটো তোহোৰ সাক্ষাত ॥
কন্যা বোলে নাজানো আসিল কৈৰ হন্তে।
সৰ্ব্বগুণ জানে এহি মহাবলৱন্তে ॥ ৩৬০ ॥
সসৈন্যে যুঝিয়া তুমি যাক নপাৰিলা।
একেশ্বৰে বীৰে ঘোৰ সৰ্পক মাৰিলা ॥
ৰাজা বোলে মিছা বাক্য কহ মোৰ থানে।
এ সৰ্প বধিতে পাৰে কাহাৰ পৰাণে ॥ ৩৬১ ॥
কুমাৰী বোলয় যদি নাযাহা প্ৰত্যয়।
হেৰা দেখা মৰা সৰ্প যথাত আছয় ॥
তেবে ৰাজা সঙ্গে লৈয়ে কুমাৰী কুমৰ।
প্ৰাঙ্গিৰ বাহিৰ হৈলে সৰ্প দেখিবাৰ ॥ ৩৬২ ॥

দেখৈ সেহি সৰ্পগোট পৰিয়া আছয় ।
পৰম আনন্দ ভৈল ৰাজাৰ হৃদয় ॥
সাধু সাধু কুমৰক প্ৰশংসা কৰিলা ।
হস্তী-কন্ধে তুলি আপোনাৰ লগে নিলা ॥ ৩৬৩ ॥
কন্যাগণ সমে ৰাজ-দুহিতাও গৈলা ।
মহাৰঙ্গে নিজ মন্দিৰত থিত ভৈলা ॥
পাছে ৰাজা আজ্ঞা দিলা লোক সমস্তক ।
উৎসৱ কৰোক নানা মঙ্গলক ॥ ৩৬৪ ॥
হেন শুনি নিৰন্তৰে নৰ-নাৰীগণ ।
বাৰৈ বাদ্য-ভণ্ড ৰঙ্গে অনেক বাজন ॥
পিন্ধি-উৰি সকলে ভৈলেক জাতিকাৰ ।
কৰৈ মহা সুমঙ্গল নগৰে ৰাজাৰ ॥ ৩৬৫ ॥
নটী নট ভাটগণে অনেক প্ৰকাৰে ।
নৃত্য গীত কৰয় বহুত অলঙ্কাৰে ॥
এহিমতে ৰঙ্গে-ঢঙ্গে সাত দিন ভৈল ।
পাছে ৰাজা সমস্তকে দান দিবে লৈল ॥ ৩৬৬ ॥
প্ৰথমতে পুৰোহিত দ্বিজক অৰ্চ্চিলা ।
যেন অশ্বমেধে যুধিষ্ঠিৰে দান দিলা ॥
তাত অনন্তৰেযে দৈৱজ্ঞ ব্ৰাহ্মণক ।
দুখী ভিখী দেশান্তৰী দিলা সমস্তক ॥ ৩৬৭ ॥
নৰ-নাৰী যত নগৰৰ প্ৰজাচয় ।
সন্তুষি দিলন্ত দান ৰাজা মহাশয় ॥

আৰ দিনা নৰপতি পাতি সমাজক ।
গৌৰৱ কৰিয়া বৈসাইলন্ত কুমৰক ॥ ৩৬৮ ॥
নানা অলঙ্কাৰে গাৱ সুমণ্ডিত কৰি ।
পুছিবাক লৈল পূৰ্ব্বাপৰক সাদৰি ॥
কাহাৰ নন্দন তুমি থাকা কোন দেশ ।
কি কাৰণে মোৰ ৰাজ্যে হুয়াছা প্ৰৱেশ ॥ ৩৬৯ ॥
কিবা জাতি কুল বাপু কিবা তোৰ নাম ।
বুলিলা কুমৰে পাছে কৰিয়া প্ৰণাম ॥
আমিৰচাহা নামে এক নৃপতি আছয় ।
নামে মলুকজাদা মঞি তাহানে তনয় ॥ ৩৭০ ॥
এহি বুলি কহিলা সকলে পূৰ্ব্বাপৰ ।
শুনিয়া নৃপতি পাছে দিলন্ত উত্তৰ ॥
হেৰ বাপু কুমৰ নাকৰ চিন্তা-দুখ ।
মোৰ দণ্ডপাটে বসি কৰা ৰাজসুখ ॥ ৩৭১ ॥
দিবো ঝীৱ বিবাহ থাকিয়ো ৰঙ্গ কৰি ।
তেজিয়োক আশা কৈৰ মায়া-অপেশ্বৰী ॥
যত দুখ পাইলা সংসাৰতে অগোচৰ ।
তথাপি তাহাৰ তত্ত্ব নাপাইলি ওচৰ ॥ ৩৭২ ॥
আৰ কত দুখে তাক পাই কি নপাই ।
কেন জানি তাহাক স্মৰিতে মুযুৰাই ॥
শুনহ কুমৰ আবে মোৰ বোল কৰ ।
নৰে আশা ঠেলি থৈৰ্য্য ৰাজভোগ কৰ ॥ ৩৭৩ ॥

কুঁৱৰীক বিয়া কৰিবলৈ কুমৰক ৰজাই চাঁনি ধৰা

কুমৰে বোলয় প্ৰভু শুনিয়ো ৰাজন।
এক নিৱেদন কৰোঁ তোমাৰ চৰণ ॥
যদি মই ৰাজা হৈবো তোমাৰ ৰাজ্যত।
তেবে কিয় তেজিলো আপুন ৰাজ্য যত ॥ ৩৭৪ ॥
আৰ মই ছাৰিলো সোদৰ মাৱ-বাপ।
কত কত লভিছোহো দুখ-কষ্ট-তাপ ॥
এতেকতে প্ৰভু কিছু নুবুলিবা আন।
উপদেশ দিয়া মোক কৰা পৰিত্ৰাণ ॥ ৩৭৫ ॥
যিমতে যাইবাক পাৰো ৰোকাম নগৰ।
যদি দায়া আছে প্ৰভু এহি আজ্ঞা কৰ ॥
হেন শুনি অসন্তোষ হুয়া নৰপতি।
কিছু নুবুলিয়া কৈলা অভ্যন্তৰে গতি ॥ ৩৭৬ ॥
পাছে পাত্ৰ-মন্ত্ৰীগণ ডাকি আনিলন্ত।
সবাকে সম্বুধি ৰাজা এহি বুলিলন্ত ॥
কুমৰে মোহোৰ কন্যা বিহা নকৰয়।
ৰোকাম নগৰে লাগি মেলানি মাগয় ॥ ৩৭৭ ॥
এবে তুমিসবে গৈয়া শিখাই-বুজাই।
হেন বীৰগোট ৰাখিয়োক মোৰ ঠাই ॥
নৃপতিৰ আজ্ঞা লৈয়া পাত্ৰ-মন্ত্ৰীগণে।
কুমৰক বোলে সবে সান্ত্বনা-বচনে ॥ ৩৭৮ ॥
শুন শুন কুমৰ আমাৰ বোল ধৰ।
কন্যা বিহা কৰি সুখে ৰাজ্যভোগ কৰ ॥

ৰাজা তুষ্ট ভৈলে তোৰ হৈবে সৱে সিদ্ধি।
মিলিবেক সৰ্ব্বসুখ পাইবে অষ্টনিধি ॥ ৩৭৯ ॥

কত দুখ পাইলি তাৰ অন্ত নাহিকয়।
আৰ কত দুখ ৰাঞ্ছা তোমাৰ আছয় ॥
তোহো কিবা চাহাপৰী সঙ্গক নাপাইবা।
জানো আশা কৰিতে পৰাণে মৰি যাইবা ॥ ৩৮০ ॥

এতেকে সিসৱ আশা ঠেলি থৈয়ো পাশে।
কন্যা বিহা কৰি ভোগ ভুঞ্জিয়ো উৎসাহে ॥
হোৱে নোহে চাহা বাপ উচিত বচন।
হেন শুনি বুলিলন্ত নৃপতি-নন্দন ॥ ৩৮১ ॥

॥ ছুলড়ি ॥

কুমাৰৰ সম্মতি আৰু বিয়া

কুমৰ বদতি শুনা মহামতি
পাত্ৰ-মন্ত্ৰী সমস্তই।
যিসৱ বুলিলা সৱে সত্য বাণী
আত শঙ্কা নাহিকয় ॥
নিচয়ে বিবাহ কৰিবো কন্যাক
কহিলোহো সাঙ্গ কাৰ।
দায়া নাছাৰিবা ৰাজাক তুষিবা
মোহোৰ কাৰণ কৰি ॥ ৩৮২ ॥
কিন্তু একখানি বোলো আমাসাৰ
আছে হেম বেৰহাৰ।

প্ৰথমতে মূল্য ধনক দিবেক
তেৱেঁসে বিহা কন্যাৰ ॥
এতেকে আমাৰ ধনক দিবাৰ
নাহিকে কিছু উপায় ।
যদিসে আমাক দিবাহা কন্যাক
কহ হেন কথা যাই ॥ ৩৮৩ ॥
যেৱে নৰেশ্বৰে দিবে কিছু ধন
নোহে কোষ বন্ধনৰ ।
তেবে তাক দিয়া কৰিবো নিৱাস
নিয়মে নিজ দেশৰ ॥
বুলিবাহা কেনে কোষনা বন্ধন
ধন দিবে নৰপতি ।
তাহাৰ সিধান্ত শুনা সবে শান্ত
মোৰ লৱে হেন মতি ॥ ৩৮৪ ॥
যদি নৃপতিৰ সৱে সদাগৰ
দিবৈ মোক দায়াতৰে ।
তাৰ যত ধন কৰিবো গ্ৰহণ
বহিবো ভিন্ন বাসৰে ॥
কন্যাৰ নিমিত্তে সেহি ধন দিয়া
সন্তোষ কৰি ৰাজাক ।
নানান উৎসৱে নিজ বেৱহাৰে
কৰিবো বঙ্গে বিহাক ॥ ৩৮৫ ॥

কুমৰৰ বাণী শুনি পাত্ৰগণে
বাজাত কহিলা যাই ।
শুনি নৰপতি ৰঙ্গ কৰি অতি
বুলিলা পাছে হুনাই ॥
সমুদ্ৰৰ কোলে দিব্য গৃহ এক
সাজিয়োক ভাল কৰি ।
চৌপাশে বেঢ়িয়া জাপগড় দিয়া
দিবাহা পালি-প্ৰহৰী ॥ ৩৮৬ ॥
ৰাজাৰ আদেশে হেনয় প্ৰকাৰে
নিৰ্ম্মিলন্ত ঘৰখান ।
আপুনি নৃপতি কুমৰক তথি
থৈলা কৰি বহু মান ॥
এক শত দাসী সুন্দৰী যুৱতী
সেৱা কৰিবাক দিলা ।
এক শত মত্ত মাতঙ্গ তুৰঙ্গ
সহস্ৰেক সমৰ্পিলা ॥ ৩৮৭ ॥
পঞ্চাশ হাজাৰ পৰম যোদ্ধাৰ
পাইক দিলা ৰঙ্গ কৰি ।
সকলে যোগান দিলা কৰি মান
কুমৰৰ মন পূৰি ॥
যত সদাগৰ আছে আপুনাৰ
দিলা সত্বৰ কুমৰক ।

কুমৰো আনন্দে বৈলা সেহি থানে
স্মৰি ইষ্ট দেৱক ॥ ৩৮৮ ॥

কুমাৰ আৰু মন্ত্ৰিত সাউদৰ আলোচ, মনজিতৰ পৰাবৰ বুদ্ধি

পাছে নৰপতি- সুত মহামতি
আনি সদাগৰচয়।
স্তুত বিৱৰণ বিশ্বাসে কহিলা
মনত যত আছয় ॥
তাহাৰে মাজত মনজিত নামে
বৃধ এক সদাগৰ।
কৰযোৰ কৰি কুমৰৰ আগে
দিলন্ত হেন উতৰ ॥ ৩৮৭ ॥
মঞি জানো প্ৰভু ৰোকাম নগৰ
পাই যেনমত কৰি।
খাহিবাৰ সমল একহি জনৰ
লৈব তিনি ডিঙ্গা ভৰি ॥
তেবে সেহি থান পাইবেক জানাহা
শুনিছো গুৰু-মুখত।
কিন্তু তুমি তাক যাইবাহা কিমতে
বাখয় সেনা বহুত ॥ ৩৯০ ॥
হেন বাণী শুনি বুলিলা কুমৰে
হেৰ মনজিত বাপ।
নকলে ভাবনা তোমাতে অৰ্পিলো
খণ্ডিয়োক মোৰ তাপ ॥

তঞিসে মোহোৰ নিজ বাপ-মাৰ
পশিলো তোত শৰণ।
যেনমতে মঞি যাইবাক পাৰোহোঁ
কৰাহা সেহি যতন ॥ ৩৭১ ॥
উপদেশ দিয়া দিয়োক পঠায়া
পুনু চৰণত ধৰো।
মনৰ বাঞ্ছন কৰিয়ো পূৰণ
আশা-সমুদ্ৰৰ তৰো ॥
কুমৰৰ হেন কাৰুণ্য বচন
শুনি বৃধ মনজিতে।
আলচি মনত বুলিলা হেনয়
ভায়ে শান্ত হোৱা চিত্ত ॥ ৩৭২ ॥
ভালমতে তুমি সাজিয়ো মোদক
পিঠা পৰমান ভাত।
দধি দুগ্ধ মধু চিনি চিৰা আখৈ
অমন্তক অসংখ্যাত ॥
বিশ্বাসে তাহাত মিসল কৰিয়া
নানা ভাঙ্গ ধুথূৰ।
মহোৎসৱ কৰি সৱাকে খুৱাইবা
কৰিয়া উদৰ পূৰ ॥ ৩৭৩ ॥
তাহাক ভুঞ্জিয়া সকলে লোকৰ
হৃত হৈব শ্ৰুতি-জ্ঞান।

সেহি বেলা তুমি নৌকাত চড়িয়া
কৰিবা ৰঙ্গে পয়াণ॥

কুমাৰ আৰু মনজিত পলোৱা

হেন শুনি বীৰে সাধুৰ্ব্বাদ কৰি
কৰিলা হেন যতন।
উদৰ ভৰিয়া সমস্তে লোকক
কৰাইলা তথা ভোজন ॥ ৩৯৪ ॥
তাক খায়া সবে অচেতনে পৰি
থাকিলা ঘুমটি যাই।
মনজিত সদা- গৰক সন্তোষি
কুমৰে পাছে তথাই ॥
খৰতৰ কৰি নৌকাত চড়িয়া
দুয়ো একমতি হৈয়া।
সমুদ্ৰৰ মাজে প্ৰচণ্ড মৰুতে
তিলেকে ঠেকাইল নিয়া ॥ ৩৯৫ ॥

কুমাৰৰ বিচাৰ-খোচাৰ

ইঠাইত সকল লোক অচেতনে
আছি তিনি পৰ মান।
একো একো কৰি উঠিল সমস্তে
পায়া সবে শ্ৰুতি-জ্ঞান॥
দেখে যুৱৰাজ নাহিকে সমাজে
আচৰিত কিনো ভৈলা।
হাকলে-বিকলে সকলে থানত
বিচাৰিবে সবে লৈলা ॥ ৩৯৬ ॥

নাপাই-নথৈ পাছে ৰাজাত জনাইল
শীঘ্রে একজন গৈয়া।
শুনি নৰপতি চাইবাক চৌভিতি
দিলেক সৈন্য পঠায়া॥
ৰাজাৰ বচনে নদী গিৰি বনে
বিচাৰিলা নিৰন্তৰ।
পালটি আসিয়া বিচাৰি নাপায়া
ৰাজাত দিলা গোচৰ॥ ৩৯৭॥
হেন শুনি ৰাজা দুখ-কষ্ট কৰি
থাকিলা আপুন ঘৰে।
সাগৰত পুনৰ কুমাৰৰ নৌকা ভগা
আত অনন্তৰে শুনা যেন ভৈলা
সিটো ৰাজকুমৰৰে॥
মহা ৰঙ্গে-ঢঙ্গে ডিঙ্গাৰ উপৰে
যান্ত যেৱে যুৱৰাজ।
পাছে সমীৰণ- বেগৰ প্ৰভাৱ
পাইল সাগৰৰ মাজ॥ ৩৯৮॥
দৈৱেৰ ঘটন নাহিকা খণ্ডন
যাৰ যিবা হৈব গতি।
ঘোৰ বজোৱাৰ উঠিয়া তথাতে
ভাগিল নৌকা সম্প্ৰাতি॥
সৰ্ব্বস্বে সহিতে সিটো সদাগৰ
সাগৰে গৈলন্ত তল।

একেশ্বৰে মাত্ৰ কুমৰে ভাসিয়া।
ফুৰয় জলে কেৱল ॥ ৩৯৯ ॥

কতো উটে বুৰে কাউ-বাউ কৰে।
অগাধ জল–মাজত।
পূৰ্ব্ব কৰ্ম্ম-বশে একখানি পাট
পাইলন্ত তথা হাতত॥

ত্ৰিপুৰ নগৰত কুমাৰ

তাহাতে ধৰিয়া কতো দিন গৈয়া।
তীৰত উঠিলা যাই।
ত্ৰিপুৰ নগৰ নাম জানা তাৰ
যেন অমৰাৱতী প্ৰায় ॥ ৪০০ ॥

পাছে তৈতে বসি মনে বিমৰষি
ক্ষণিক আছিলা বীৰে।
সাত দিন তাৰ নাহিকে আহাৰ
কম্পয় সৱ শৰীৰ॥
মুখে নোহ্লাই মাত কম্পে ভৰি হাত
তথাপিতো ধৈজ ধৰি।
উঠি লাসে লাসে কৰিলা পয়াণ।
হিয়াত কৃষ্ণক স্মৰি ॥ ৪০১ ॥*॥

॥ পদ ॥

এহিমতে একেশ্বৰে যান্ত বনে বন।
যিবা ফল-মূল পাৱে কৰিয়া ভোজন॥

কুমাৰ গোটো ৰাক্ষসৰ ঘৰত বন্দী হোৱা

মহা ঘোৰ অটব্য দেখিতে লাগে ভয়।
মহিষ দ্বিপিন তাত ভালুক আছয় ॥ ৪০২ ॥
মনে সাস কৰি তাত যান্ত ধীৰে ধীৰ।
লগতে আছয় মাত্ৰ অসি চাপ তীৰ ॥
অনন্তৰে তাৰ মাজে ৰাজাৰ নন্দন।
দেখিলন্ত ছাগল চৰাৱে একজন ॥ ৪০৩ ॥
লম্ব পেট থুলন্তৰ মেঘৰ বৰণ।
নাক ফোৰমুঠি গুঞ্জ-সমান নয়ন ॥
তাক দেখি কুমৰৰ জন্মিলন্ত ভয়।
বুধি-বল সৱে তাৰ যত ভৈলা ক্ষয় ॥ ৪০৪ ॥
লুকাইল বনৰ আঁৰ হুয়া সেহি ঠাই।
সিও দেখিলন্ত পাছে কুমৰৰ কায় ॥
হৰিষে হাসিয়া পাছে বুলিলা বচন।
অৰে ভাই জাণ্টে কহ তুমি কোন জন ॥ ৪০৫ ॥
কি কাৰণে ইটো ঘোৰ অৰণ্যে আসিলা।
মোহোক দেখিয়া কেনে বনত লুকাইলা ॥
কুমৰে শুনিলা হেন মনুষ্যৰ ভাষ।
সন্তোষে চাপিলা বীৰে তাৰ নিজ পাশ ॥ ৪০৬ ॥
মায়া কৰি কুমৰত পুছয় মধুৰে।
কিসক আসিলা তুমি অৰণ্য ভিতৰে ॥
জাণ্টে কহিয়োক তাক সাধো বুধিবলে।
অসাধ্যয়ে নাহি মোত শ্ৰৱণ পশিলে ॥ ৪০৭ ॥

কুমৰে বোলয় শুনা তুমি মহাজন।
কহো শুনা যিকাৰণে ফুৰো বনে বন ॥
এহি বুলি সকলে কহিলা পূৰ্ব্বাপৰ।
নুবুজিলা কেৰলে মায়া ৰাক্ষসৰ ॥ ৪০৮ ॥
শুনি নিশাচৰে বোলে আসা মোৰ পাশে!
যথা যাস দিবো কৰি পথৰ উদেশে ॥
এহি বুলি কুমৰক তাৰ ঘৰে নিলা।
হুতুৰা ভিতৰ কৰি দ্বাৰ নিবন্ধিলা ॥ ৪০৯ ॥
হাজাৰে হাজাৰে আসি তাহাতে আছই।
কাকো কেৱে নেদেখই দেখি তমোময় ॥
পাছে ৰবি অস্ত গৈল ৰজনী মিলিলা।
খায়া-দায়া নিশাচৰে নিদ্ৰাত পৰিলা ॥ ৪১০ ॥
হুতুৰাৰ দ্বাৰে সিটো ঘুমটি গৈলন্ত।
কুমাৰে ৰাক্ষসৰ চকু কুটোৱা — একজন মনুষ্য তথাতে মিলিলন্ত ॥
বাহিৰৰপৰা সিটো লগাইলেক মাত।
শুন হেৰ কুমৰযে কহঞো তোমাত ॥ ৪১১ ॥
সোভা নামে এহি দেৱ জানে নানা সন্ধি।
কেনমতে আৰ হাতে ভৈলি তই বন্দী ॥
মায়া কৰি আমাকো বান্ধিল এহি ঠাই ॥
এঁকোমতে আৰ হাতে এৰণ নযাই ॥ ৪১২ ॥
হেন শুনি সুৰৰাজে বুলিলা বচন।
ৰাক্ষসৰ মায়া-বাপ বুজিবো কমন ॥

আছে পূৰ্ব্ব কৰ্ম্ম মোৰ বিধিৰ ঘটন ।
আৰে কেনমতে বাপ গুচিবে বন্ধন ॥ ৪১৩ ॥
সেহি উপদেশ দিয়া কৰা উপকাৰ ।
বাপৰ মাৰৰ পুণ্য বাঢ়োক তোমাৰ ॥
পাছে সিটো বোলৈ শুন ৰাজাৰ নন্দন ।
আমাৰ নাহিকে বল ইহাক মাৰণ ॥ ৪১৪ ॥
অৰে ভাই উপদেশ শুনহ আমাৰ ।
যেবে নিন্দ্ৰা গৈল যে ৰাক্ষস দুৰাচাৰ ॥
সিচিকা তপত কৰি চক্ষুক বিন্ধিবা ।
তেতিক্ষণে দ্বাৰ মেলি বাহিৰযে হৈবা ॥ ৪১৫ ॥
নোহে যদি ঔষধক খুৱাৰে তোমাক ।
তেবে তঞি নপাৰিবি কহিকো যাইবাক ॥
পাছে যুৱৰাজে শলা তপ্ত কৰি লৈলা ।
লাসে লাসে ৰাক্ষসৰ ওচৰ চাপিলা ॥ ৪১৬ ॥
পৰি আছে নিশাচৰ নিদ্ৰা-অচেতনে ।
থিৰ কৰি দুই চক্ষু বিন্ধিলা তেখনে ॥
তেখনে ছাগল মাজে লুকাই ৰহিলা ।
বিপৰীত ৰাৱ কাঢ়ি ৰাক্ষস উঠিলা ॥ ৪১৭ ॥
দুই হাত মেলিয়া দ্বাৰত ৰহিলন্ত ।
বিক্ৰম কৰিতে সিটো চক্ষু নেদেখন্ত ॥
আছিল যতেক খাসি কুন্দুৰাৰ মাজ ।
একে একে ঘাৱে ধৰি নিকালিলা বাজ ॥ ৪১৮ ॥

এক ছাগলেৰ চৰ্ম্ম বান্ধিয়া পিঠিত।
ছাগলেৰ সঙ্গে ৰাজ ভৈলা আচম্বিত ॥
খাসি বুলি ৰাক্ষসে ধৰিলা কুমৰক।
হাত মুচৰিয়া বীৰে ভৈল বাহিৰক ॥ ৪১৯ ॥
তেতিখনে শীঘ্ৰ বেগে লৰবেক দিলা।
ক্ৰোধে নিশাচৰে পাছে পাছে খেদি নিলা ॥
লুকা দিয়া কুমৰ ৰহিল একভিতে।
সৰ্ব্ব থানে ৰাক্ষসে লাগিল বিচাৰিতে ॥ ৪২০ ॥
চক্ষু নেদেখয় সিটো সেপিয়াৱে হাত।
খুজি-লুৰি কুমৰক নপাইলন্ত তাত ॥
পাছে বিষে-কোপে সিটো বসিলা সেঠাই।
হেন দেখি কুমৰেও আসিয়া ছুনাই ॥ ৪২১ ॥
যতেক মনুষ্য আছে ঘৰ-ভিতৰত।
বন্দী হুয়া আছা সৱে নিহল পাৰত ॥
সৱাকে কৰিলা মুক্ত ৰাজাৰ সন্তান।
আশীৰ্ব্বাদ কৰি গৈলা যাৰ যিবা থান ॥ ৪২২ ॥
খনিক কুমৰে তথা কৰিয়া বিশ্ৰাম।
তিনি ৰাক্ষসীৰ ঘৰ — পুনৰপি লৰিলন্ত নগৰ ৰোকাম ॥
ঘোৰ নিশা কাল মহা অৰণ্য গহন।
সিংহ ব্যাঘ্ৰ সৰ্প তাত বৰাহ মেঠন ॥ ৪২৩ ॥
তাতো ভয় ছাৰিয়া একলে যান্ত চলি।
খনো জল খনো থল পাৱে মহাবলী ॥

খনো বড় উচ্চ তক উঠে অন্ধকাৰে।
তাত বসি কতোহো জিবাল্ত অনাহাৰে ॥ ৪২৪ ॥
কতো বেলি পেট ভৰি পানীক পিবন্ত।
কতো বৃক্ষ ফল পকা পাতক খাবন্ত ॥
এহিমতে নৱ দিন যাহান্তে কুমৰ।
পাইল গৈয়া একখান ৰত্নময় ঘৰ ॥ ৪২৫ ॥
গড় প্ৰাঞ্চি মনোহৰ পুষ্পেৰ উদ্যান।
দীৰ্ঘি-সৰোবৰচয় আছে থানে থান ॥
মনোময় বিচিত্ৰ যেহেন অমৰাৱতী।
সেহি ঘৰে পশিলন্ত ৰাজাৰ সন্ততি ॥ ৪২৬ ॥
নেদেখন্ত বীৰে তাত প্ৰাণিৰ সঞ্চাৰ।
থানখান দেখন্তে লাগয় চমৎকাৰ ॥
চতুষ্পাশে চাইল তথা ৰাজাৰ নন্দন।
সেহিকালে মিলিল ৰজনী উপসন ॥ ৪২৭ ॥
মিলিল মনত ভয় দেখি নিশা কাল।
নাজানি এখানে কিবা আছয় জঞ্জাল ॥
অহিতে থাকিবে যোগ্য নুহিকে আমাৰ।
এহি বুলি আন্তৰিল নৃপতি-কুমাৰ ॥ ৪২৮ ॥
পাৰিজাত আঁৰ হুয়া থাকিলা লুকাই।
সেহি বেলা ৰাক্ষসী মিলিল সেহি ঠাই ॥
নিজ ঘৰ পশিল ভগিনী তিনিজন।
তাৰ শ্ৰেষ্ঠজনী পাছে বুলিলা বচন ॥ ৪২৯ ॥

আৰে ভন্যসৱ এথা আসিছা এথাত।
মনুষ্যৰ গন্ধ মই পাওঁ নাসিকাত ॥
তেৱে আনজনী হেন দিলন্ত উতৰ।
মহা ঘোৰ অৰণ্য আক দেখি লাগে ভৰ ॥ ৪৩০ ॥
পশু-পক্ষী অসঞ্চাৰ ৰাক্ষসৰ থান।
হেন শক্তি আছে তান মনুষ্য-পৰাণ ॥
হেন শুনি ৰাক্ষসী বোলই পুনৰ্ব্বাৰ।
তুমিসি জানাহা মনুষ্যৰ বেৱহাৰ ॥ ৪৩১ ॥
পশু-পক্ষী লঙ্ঘিবাক নপাৰে যহিক।
প্ৰবন্ধ কৰিয়া যাৱে মনুষ্য তহিক ॥
মনুষ্য বিষম জাতি জানে নানা সন্ধি।
চাহা পৰীজাদীৰে কৰি আছে বন্দী ॥ ৪৩২ ॥
হেন বোলা-বুলি কৰিলেক দুইজন।
শুনিয়া কুমৰে পাছে গুণে মনে মন ॥
আজু ৰাক্ষসৰ হাত কিমতে এৰাওঁ।
একে প্ৰভু কৃষ্ণ বিনে আনক নপাওঁ ॥ ৪৩৩ ॥
মাধৱ গোৱিন্দ হৰি কৰিয়ো ৰক্ষণ।
একমনে হৃদয়ত চিন্তে ঘনে ঘন ॥
অনন্তৰে নিশাচৰী বোলে বায়েকত।
মাংস খাইতে ইছা মোৰ মিলিল মনত ॥ ৪৩৪ ॥
একগুটি ছাগল আনিয়া দিবা মোক।
সোভাৰ ঘৰক লাগি জাণ্টে চলিয়োক ॥

ভগিনীৰ শুনি তাই করুণা বচন।
সোভাৰ মন্দিৰে লাগি গৈলা তেতিক্ষণ॥ ৪৩৫ ॥
দেখৈ সিটো পৰি আছে অচেতন হুয়া।
চক্ষু দুই ফুটিল ৰুধিৰে লিপ্ত কায়া॥
পাছে তাই বোলে দদা কি ভৈল তোমাৰ।
কোনে আসি কৰিলেক হেন অপকাৰ॥ ৪৩৬ ॥
সোভা বোলে শুন আই তোমাত বিনাওঁ।
কথাৰ পুৰুষ নজানোহো নাও-গাএগ॥
আসি নিশাকালে মোৰ নিদ্ৰাত বিন্ধিল।
ধৰিবতে নপাইলো সিটো লৰৰ মাৰিল॥ ৪৩৭ ॥
কোথাইক চলিল মই নজানিলো তাক।
মোৰ কথা আছোক চাইবি আপুনাক॥
সোভাৰ মুখত শুনি হেনয় বচন।
শীঘ্ৰ বেগে নিজ ঘৰে কৰিলা গমন॥ ৪৩৮ ॥
অৰে ভন্যগণ বৰ মিলিল অপায়।
এহি বুলি সৱে কথা কহিলা বুজাই॥
ইটো থানে মনুষ্যৰ ভৈলেক জঞ্জাল।
থাকিবাক লাগি মই নেদেখোহো ভাল॥ ৪৩৯ ॥
এতেক বচন বুলি যক্ষৰ কুমাৰী।
তেখনে পলাইল সৱে ছাৰি ঘৰ-বাৰী॥
পাছে যুৱৰাজে ৰাজ হুয়া তাৰ হস্তে।
আৰ বাৰ গমন কৰিলা বন-পন্থে॥ ৪৪০ ॥

দশ দিন অনাহাৰে পেটে নাহি ভাত।
ৰব দুখে বসিলন্ত গাছৰ গোৰত ॥
গৌৰাঙ্গ-বৰণ বৃদ্ধই কুমাৰক ভাত দিয়া
আচম্বিতে এক বৃদ্ধ আইল বিদ্যমান।
গৌৰাঙ্গ-বৰণ ধৌত বস্ত্র পৰিধান ॥ ৪৪১ ॥
এক থাল ভাত আনি দিলা তাৰ আগে।
পুনৰপি অন্তৰ্দ্ধান ভৈল মহাভাগে ॥
তাক দেখি কুমৰে চিন্তয় মনে মনে।
নজানি বুঢায়ে অন্ন দিলা কি কাৰণে ॥ ৪৪২ ॥
যি হোক সি হোক আগে কৰিবো আহাৰ।
প্রাণ সঙ্কলয় কৰি কিসৰ বিচাৰ ॥
এহি বুলি যুৱৰাজে ভোজন কৰিলা।
আঠ গুণ তেজ ষোল গুণ বল ভৈলা ॥ ৪৪৩ ॥
পাছে তাৰ মনত হেনয় উপজিল।
যত দুখ-কষ্টমানে সৱে পাসৰিল ॥
যদি একগুটি ঘোৰা ইঠাইত মিলই।
তাতে চড়ি যাইবে মই পাৰোঁ নিসংশয় ॥ ৪৪৪ ॥
এমত চিন্তিল যদি ৰাজাৰ কুমাৰ।
ঘোটক দেখিলা যে পাখৰ সোণাৰ ॥
চলবল কৰৈ ঘোৰা থিৰে নথাকই।
তাতে চড়ি যাইতে মই পাৰোঁ নিসংশয় ॥ ৪৪৫ ॥
পৰম হৰিষে তাত চড়িলা কুমৰ।
চলিলন্ত ৰঙ্গে যেন বিদ্যুত-সঞ্চাৰ ॥

ৰোকাম নগৰত কুমাৰ

হাতে ধনু-বাণ খড়্গাখান তীক্ষ্ণতৰ।
যাই অতিৰথী যেন কৰিতে সমৰ॥ ৪৪৬॥
অনন্তৰে পাইলন্ত বিচিত্ৰ এক থান।
মহা জ্যোতির্ম্ময় ইন্দ্ৰ-নগৰৰ ঠান॥
সুৱৰ্ণৰ ঘৰসৱ ৰত্নৰ খুনি।
জড়কিড় মাণিক মুকুতা হীৰা মণি॥ ৪৪৭॥
নেতৰ পতাকাচয় শোভে চাৰিভিতে।
চক্ষুত জমক লাগে নপাৰি চাহিতে॥
জাৱলে সোণাৰ গড় মৰকত দ্বাৰ।
দুয়োপাশে দোলচয় দেখি চমৎকাৰ॥ ৪৪৮॥
শুদ্ধ সুবৰ্ণৰ ঘট মাণিকে খচিত।
মধ্যান কালৰ যেন উদয় আদিত্য॥
চৌপন্থা পতুলি আলি সৱে সুৱৰ্ণৰ।
থানে থানে খানি আছে দীৰ্ঘি-সৰোবৰ॥ ৪৪৯॥
মৰকত খাটখৰি সুৱৰ্ণৰ পাৰ।
ফুলিছে কুমুদ তাত কমল আপাৰ॥
সুৱৰ্ণৰ ৰাজহংস চৰৈ চক্ৰৱাক।
সাৰসযে খৈৰ কোঢ়া বক পানীকাক॥ ৪৫০॥
আনো ফুলি আছে ঠাই ঠাই অমোদিত।
সুৱৰ্ণৰ বৃক্ষচয় ৰতনেৰ পাত।
মাণিক মুকুতাফল লাগি আছে তাত॥
হীৰা মণি পদ্মৰাগে মাণিকে খচিত।
কৰিছে নিৰ্ম্মাণ আঁতি গাছৰ গুৰিত॥ ৪৫১॥

নানা মধুফল দধি ঘৃত মধু-ভাত।
পায়স-পিষ্টক মধুখণ্ড অসংখ্যাত ॥
খীৰিসা শৰ্কৰা আথৈ লৰণ্ডু মোদক।
পসাৰে পসাৰে আছে হুকুম অনেক ॥ ৪৫২ ॥
অনেক চটক চিত্ৰ-বিচিত্ৰ সোণাৰ।
কাৰো মৰকত চক্ষু কাৰো মুকুতাৰ ॥
জাকে জাকে উৰে পৰে বৃক্ষৰ ডালত।
মলয়া বহন্ত বায় বহয় সতত ॥ ৪৫৩ ॥
গুঞ্জৰে ভ্ৰমৰে কুলি কুহৰে সদায়।
সিদ্ধ মুনিসকলৰো পুলকয় কায় ॥
সকলে সুৱৰ্ণময় ৰোকাম নগৰ।
দেখিয়া হৰিষ ভৈল ৰাজাৰ কুমৰ ॥ ৪৫৪ ॥
যত দুখ পাইলা পথে সৱে পাসৰিলা।
গুচিলা দুৰ্গতি বিধি সুপ্ৰসন ভৈলা ॥
মৃগী-ৰূপী চাহাপৰীক কুমাৰে দেখা
এক সৰোবৰ-পাৰে বৃক্ষৰ তলত।
ঘোটকৰ নামি ধীৰে হৰিষে মনত। ৪৫৫ ॥
বসিলা তহিতে সুশীতল পায়া বায়।
ঘোৰাও কৰিলা পাছে আকাশে উৰায় ॥
যেৱে যুৱৰাজ তথা বসিয়া আছন্ত।
মৃগী-ৰূপে চাহাপৰী তথা আসিলন্ত ॥ ৪৫৬ ॥
সুৱৰ্ণৰ মৃগীগুটি ভৈল আগুসাৰ।
দেখি ধনু-বাণ লৈল ৰাজাৰ কুমাৰ ॥

লৰৰিয়া মৃগ পশিলন্ত পুষ্পবনে।
কুমৰে খেদিয়া গৈলা মাৰিবাক মনে ॥ ৪৫৭ ॥
পাছে সেহি মৃগ গৈল পুৰীৰ ভিতৰে।
তথা গৈয়া এক বাণ হানিলা কুমৰে ॥
সেহি শৰ-ঘায়ে বেগে মৃগা লৰ দিল।
বিপৰীত ৰায় কাঢ়ি আদেখ হইল ॥ ৪৫৮ ॥

বোকাম নগৰৰ অপ্সৰাসৱে কুমাৰক আদৰা

অনন্তৰে যুৱৰাজ পশিলা নগৰ।
থানখান দেখিলন্ত আতি মনোহৰ ॥
তাৰ মধ্যে এক গৃহ দেখি ৰত্নময়।
খচিত মুকুতা মনি মাণিকে শোভই ॥ ৪৫৯ ॥
চৌপাশে আছন্ত পুষ্প-উত্থানে বেঢ়িয়া।
আমোদিত বাসয় সন্তোষ কৰে হিয়া ॥
অগৰু চন্দন আৰ চম্পা নাগেশ্বৰ।
সতপাশি লৱঙ্গ গুলাল বহুতৰ ॥ ৪৬০ ॥
জাই যূতি কেতেকী মালতী বনমালা।
পাৰলি অশোক কুন্দ কদম্বযে ভালা ॥
দৰনা মকৰা গুটিমালী পাৰিজাত।
বন্দুলি বকুল শঙ্খপুষ্প অসংখ্যাত ॥ ৪৬১ ॥
কাঞ্চন মাধৱীলতা শেৱালি নেৱালি।
শিৰীষ সেউতী ৰঙ্গমালী তুৰামালী ॥
কুন্দৰঙ্গ কানৰঙ্গ মন্দাৰ টগৰ।
ফুলি ফুলি আছে- সৱে পুষ্প নিৰন্তৰ ॥ ৪৬২ ॥

সেহি ঘৰ পশিলন্ত ৰাজাৰ নন্দন।
থানে থানে পাৰি আছে ৰত্নৰ আসন॥
বিচাই আছয় দুগ্ধ-সম ফেন-তুলি।
তাহাত উঠিলে দুখ হৰয় সমূলি॥
শাৰী শাৰী আছে সুৱৰ্ণৰ জাৰি খুৰি।
আছয় কর্পূৰ ৰতনেৰ বটা ভৰি॥ ৪৬৩॥
কস্তুৰী কুমকুম নানা আগৰ চন্দন।
শাৰী শাৰী দেখিলন্ত ৰাজাৰ নন্দন॥
কন্যাগণ আছয় পৰম ৰূপৱতী।
নাহি খতিখুন অঙ্গ সৱে অনিন্দিতি॥ ৪৬৪॥
সৱে দেৱতাৰ নাৰী ভুৱনমোহনী।
বহল-জঙ্ঘনী পীন-পয়োধৰী খীণী॥
কেহো গীত গাৱে কেহো যন্ত্র বজাৱয়।
কেহো তাল বাৱে কেহো মৃদঙ্গ ঠুকই॥ ৪৬৫॥
কুমৰক দেখি সৱে কৰিয়া আদৰ।
আগ বাঢ়ি আনি থৈলা খাটৰ উপৰ॥
কেহোজনী বিচৈ শ্বেত চামৰৰ বাৱে।
কেহোজনী মৰ্দ্দন কৰয় হাতে পাৱে॥ ৪৬৬॥
কেহো কেহো গাৱে ঘসে সুগন্ধ চন্দন।
কেহোজনী কৰাৱয় তাম্বূল ভোজন॥
কেহোজনী হাতে লৈয়া নানা উপহাৰ।
যোগাৱে আগত নিয়া কুমৰে খাইবাৰ॥ ৪৬৭॥

তিনিদিন যুৱৰাজ আছা হেনভাৱে।
চাহাপৰী কুমৰে নেদেখে সেহি ঠাৱে ॥
চাহাপৰী আৰু কুমাৰৰ দেখা-সাক্ষাৎ আৰু প্ৰেমালাপ
পাছে চাহাপৰী তিনি ভন্যা কৰি সঙ্গে।
কুমৰক চাহিতে আসিল মনৰঙ্গে ॥ ৪৬৮ ॥
দেখিয়া আনন্দে সৱে কৌতুকে চাহান্ত।
পূৰ্ণিমাৰ চন্দ্ৰ-সম মুখ প্ৰকাশন্ত ॥
খীণ মধ্যদেহা হৃষ-ডম্বৰুৰ নয়।
অৰুণ অধৰ দন্ত মুকুতা জলই ॥ ৪৬৯ ॥
নয়ন কমল-পাশি নাসিকা সুন্দৰ।
সুৱলিত বাহু-যুগ নিন্দে কৰিকৰ ॥
চম্পাৰ পাকৰি দশ আঙ্গুলি উপৰে।
দশ নখ-মণি যেন চন্দ্ৰে শোভা কৰে ॥ ৪৭০ ॥
উৰু দুই দেখি ৰাম-কদলী-সমান।
নৌতন যৌৱন দেহা সোণা দশ বাণ ॥
দেখি কুমাৰীৰ মনে কৌতুক জন্মিল।
পাছে চাহাপৰী নাৰী হেন জিজ্ঞাসিল ॥ ৪৭১ ॥
বৰ দুখ পায়া আছে নৃপতি-নন্দন।
নাদেখি মোহোক বৰ কৰিছা ক্ৰন্দন ॥
অসন্তোষে অতিশয় থিৰ নোহে চিত্ত।
এহি বুলি ভৈল কন্যা আগতে বিদিত ॥ ৪৭২ ॥
আচম্বিতে যুৱৰাজে তাহাঙ্কো দেখিল।
হৰাইবাৰ ধন যেন হাততে মিলিল ॥

দেখি কুমাৰীৰ মনে কৌতুক জন্মিলা।
পাছে চাহাপৰী নাৰী হেন জিজ্ঞাসিলা ॥ ৪৭৩ ॥
মন্দ সুমধুৰ হাসে বোলৈ মুখ চাই।
মোৰ প্ৰাণ লৈয়া কেনে আসিলা পলাই ॥
তোৰ শোক-ঘাৱে বান্ধে বিয়াকুল আতি।
কত কষ্টে আসিলোহো কিবা দিন ৰাতি ॥ ৪৭৪ ॥
এভো এতেবেলি কেনে আদেখে আছিলা।
এহি বুলি হাতে ধৰি কোলাত বৈসাইলা ॥
মুখে মুখ দিয়া আলিঙ্গিলা কতো বেলি।
যেন আকাশেৰ চন্দ্ৰ পাইলা হাত মেলি ॥ ৪৭৫ ॥
অনন্তৰে কুমাৰীত বিনাৱে কুমৰে।
এতমান দুখ-শোক দিলা কিবা তৰে ॥
বাপ-মাৱ তেজিলো তেজিলো বন্ধুজন।
উছৰ্গিলো প্ৰাণ কৈলো বিদেশে গমন ॥ ৪৭৬ ॥
তোমাৰ নিমিত্তে মই ভুঞ্জিলো নিকাৰ।
মোৰ মুখে শকতি কহিতে নাহি আৰ ॥
এহি বুলি আসন্তে মিলিল যত যত।
সাৰশেষে কহিলন্ত কন্যাৰ আসত ॥ ৪৭৭ ॥

॥ ছবি ॥

কুমৰৰ বাণী শুনি অপেস্বৰী মনে গুনি
কান্দি কান্দি দিলন্ত উত্তৰ।

তোমাৰ নিকাৰ যত শুনি মোৰ হৃদয়ত
ভেদিলে দাৰুণ শোক-শৰ ॥
যি কাৰ্য্যে তোমাক চাৰি আসিলোহো প্ৰাণেশ্বৰ
আবে কহো তাহাৰ সিধান্ত ।
বিনা দুখে পাইলে ধন আদৰ নাহিকে মন
শুণি চাহা যুৱৰাজ শান্ত ॥ ৪৭৮ ॥

খেলা খেলিবাৰ তৰে আসিলো ভগিনী সঙ্গে
মনে বৰ কৰিয়া কৌতুক ।
তাহাতে প্ৰকাৰ কৰি বস্ত্ৰ মোৰ কৈলা চুৰি
বন্দী কৈলা অনায়াসে মোক ॥
দেৱতাৰ নাৰী হৈয়া মনুষ্যত বন্দী ভৈলো
লোকত দুৰ্যশগোট থৈয়া ।
সেহিসে কাৰণে জানা তোক নাবোলন কৰি
পলাইলো পাতিয়াযে মায়া ॥ ৪৭৯ ॥

তুমি আবে আইলা এথা ভাল ভৈলে সৱে কথা
কৰিলাহা কৰ্ম্ম পুৰুষৰ ।
তুমিসে মোহোৰ স্বামী* তযু নিজ পত্নী আমি
আত শঙ্কা নাহি প্ৰাণেশ্বৰ ॥

---

* ক পুথিত ৩২-সংখ্যক পাত ("মী : তযু নিজ পত্নী আমি"ৰ-পৰা ৪৯৪ পদৰ "দেৱাঙ্গ বসনচয় কৰাহু আভৰণ"লৈকে) নাই।

চাহাপৰী আৰু কুমাৰৰ বিয়া

আদেশিলা সবাহাঙ্কে কৰিতে মঙ্গল।
মিলাইল নানা বস্তু দীপ ঘট ফল ॥ ৪৯০ ॥
উৰুলি মঙ্গল কৰিলন্ত বিধিৱতে।
শুভ ক্ষণ চাহি বিহা দিলা কুমৰতে ॥
পাছে কুমাৰীক বোলে ৰাজাৰ নন্দন।
এৰাজ্যত মনুষ্য নাহিক একোজন ॥ ৪৯১ ॥
কোনে বাদ্য বায়ে কোনে সুৰসে গায়য়।
কৈত কোলাহাল এত তম্বুল কৰয় ॥
নৃপতি-নন্দনে জানি হেনয় বুলিলা।
হাসিয়া কুমাৰী তাৰ প্ৰত্যুত্তৰ দিলা ॥ ৪৯২ ॥
পৰীসকলৰ ৰাজ্যে হেনয় লক্ষণ।
বিনা ৰাজ-আজ্ঞাত নাদয় দৰশন ॥
যি শব্দ শুনাহা পৰী কৰয় মঙ্গল।
তোমাৰ বিবাহ চাহি মাতি কতূহলে ॥ ৪৯৩ ॥
পাছে বিহা-অৱসানে পিন্ধাই অলঙ্কাৰ।

কুমাৰৰ ৰোকাম নগৰত ভ্ৰমণ

কিৰীটি কুণ্ডলে মণি টাৰ খাৰু হাৰ ॥
কেয়ূৰ কঙ্কন তাত আঙ্গুষ্ঠি উঝন্টি।
ৰত্নৰ ঘাঘৰ আটি বান্ধিলন্ত কটি ॥ ৪৯৪ ॥
দেৱাঙ্গ বসনচয় কৰাই আভৰণ।
নগৰ ফুৰিতে কৰা হস্তী আৰোহণ ॥
পৰীসকলৰ বাক্য শুনি যুৱৰাজ।
একলে হস্তীত চড়িবোহো কোন কাজ ॥ ৪৯৫ ॥

মহাময়মত্ত নাগ দেখি লাগে ভয়।
নজানোহো পূৰ্ব্বাপৰ কি মিলে সংশয়॥
এত শুনি চাহাপৰী বোলয় হাসিয়া।
চড়িয়ো গজৰ কন্ধে সংশয় তেজিয়া॥ ৪৯৬॥
মহাৰত্নময় পৰীসকলৰ থান।
পৃথিৱীতে নাহি এহি ৰাজ্যৰ সমান॥
আমি আৰ অধিকাৰ কহিলো তোমাত।
যত প্ৰজাগণ আছে দেখিয়ো সাক্ষাত॥ ৪৯৭॥
ৰাজ-আজ্ঞা ব্যতিৰেকে নাদে দৰিশন।
হেন শুনি উঠিলন্ত ৰাজাৰ নন্দন॥
নগৰ ফুৰিতে গজ-কন্ধে আৰোহিলা।
চতুৰঙ্গে সেনাগণ লগতে লড়িলা॥ ৪৯৮॥
যেতিক্ষণে উঠিলন্ত গজৰ উপৰে।
দেখিলা নগৰ ঢাকি প্ৰজা নিৰন্তৰে॥
ঢাক ঢোল আদি কৰি নানা বাদ্য বায়ে।
ছত্ৰ দণ্ড পতকা চিৰল নচুৱায়ে॥ ৪৯৯॥
কাহালি মহৰী শঙ্খ ফুকে অসংখ্যাত।
নৃত্যখণ্ড কৰি নটী নাচয় সাক্ষাত॥
আশীৰ্ব্বাদ কৰৈ দেখে অনেক ব্ৰাহ্মণ।
দীপে ঘটে মঙ্গল কৰয় নাৰীগণ॥ ৫০০॥
কোটি অসংখ্যাত সেনা চলৈ আগে-পাছে।
কাৰো হাতে খড়্গ-চৰ্ম্ম শেল-শূল আছে॥

কাৰো হাতে ধনু-শৰ গদা মুদগৰ।
কেহো কেহো ধৰি শৰ শকতি তোমৰ ॥ ৫০১ ॥
ময়মত্ত হস্তী চলৈ হাজাৰে হাজাৰ।
ৰাউত সহিতে ঘোৰা লেখা নাহি তাৰ ॥
অযুত নিযুত ৰথ যেন মেঘপাল।
কাৰো শ্বেত পীত ধ্বজ ৰকত কাজল ॥ ৫০২ ॥

চাহাপৰী আৰু কুমাৰৰ মদন-শয়ন

হেন দেখি কুমৰৰ আনন্দ বিস্তৰ।
পুনৰপি পশিলন্ত ঘৰৰ ভিতৰ ॥
ৰত্ন সিংহাসনত বসিলা কৌতূহলে।
কন্যাও বসিলা পাছে কুমৰৰ কোলে ॥ ৫০৩ ॥
বিধিৰতে কন্যাগণে দিলা ঘটে ফলে।
উৰুলি জোকাৰ দেই নানা কৌতূহলে ॥
অনন্তৰে দুয়ো ভুঞ্জিলন্ত অন্ন-জল।
দধি-দুগ্ধ ঘৃত-মধু শৰ্কৰা সকল ॥ ৫০৪ ॥
মুখশুধি কৰিয়া কৰ্পূৰ খায়া ৰঙ্গে।
শয়ন-শয্যাত পশিলন্ত একে সঙ্গে ॥
পাছে সিটো যুৱৰাজ নৃপতি-নন্দন।
দেখি কামিনীৰ সিটো সুছান্দ বদন ॥ ৫০৫ ॥
নিৰন্তৰে বিন্ধিলা মদন-পাঞ্চশৰে।
কোলাত বৈসাইলা অঞ্চলত ধৰি কৰে ॥
মুখ ভৰি কৌতূহলে কৰিলা চুম্বন।
ভাবিলা হিয়াত ঘনে পীন ঘন স্তন ॥ ৫০৬ ॥

প্ৰথম লাজত কন্যা কৰি হেঠ মাথ।
আৰিমুৰি কৰয় মুখত নাহি মাত॥
পুনৰপি কুমৰেও সাবটি ধৰিয়া।
কুচেৰ কাঞ্চুলি কাঢ়ি পেলাইলা হাসিয়া॥ ৫০৭॥
সুগন্ধ কস্তুৰী সমে মলয়া চন্দন।
আপুনে কুমৰে ৰঙ্গে ঘসে ঘনে ঘন॥
মুখে মুখ ভৰিয়া কর্পূৰ খুৱাৱয়।
নানা ৰঙ্গে কন্দর্পক কৰয় উদয়॥ ৫০৮॥
নৌতন-যৌৱনী কন্যা সুৰতি-চাতুৰী।
বহু ছন্দে-বন্ধে ধৰি গৈলেক ভাগৰি॥
সাতসৰী ছিগিল মুকুল ভৈল খোপা।
শয্যাতে পৰিল খসি-মালতীৰ থোপা॥ ৫০৯॥
নাশ ভৈল অঞ্জনযে গুচিল সিন্দূৰ।
চুম্বনৰ চোটে ৰাগ অধৰেৰ দূৰ॥
নখ-ঘাৱে কুচৰ ৰুধিৰ পান্তি পান্তি।
নির্ম্মল গগনে যেন তাৰা কৰে কান্তি॥ ৫১০॥
ঘামিল দুইহানো গাৱ ভৈল লালকাল।
বিন্দু বিনাশিয়া নাশি মদন-জঞ্জাল॥
নিদ্ৰাগত গৈল ভোলে প্ৰভাত সময়।
হেন নিশা কৌতূহলে বহি গৈলা তয়॥ ৫১১॥
চাহাপৰীৰ গৰ্ভ-চিহ্ন অনন্তৰে নাৰী ধৰিলেক গৰ্ভ-চিহ্ন।
সুৰুচে ভোজন বল টুটে দিনে দিন॥

পাণ্ডুৰ বদন দেখি হামিয়ায়ে ঘন।
হাইফুই কৰে আৰ সদায়ে শয়ন ॥ ৫১২ ॥
চলিতে নপাৰৈ লাগে অল্পতে ভাগৰ।
পৰিল কাজল উচ কুচেৰ উপৰ ॥
মৃক্ষা পোড়া আমলেক সদা যায়ে মন।
অলপ আহাৰ বাস্তি কৰয় সঘন ॥ ৫১৩ ॥

আমিৰা আৰু সামিৰা কৌঁৱৰৰ জন্ম

এহিমতে পূৰ্ণ ভৈল দশ মাস যেৱে।
অনুক্ৰমে দুই পুত্ৰ জন্মিলন্ত তেৱে ॥
আমিৰা সামিৰা নামে জৰঞ্জ কুমৰ।
শোভন নাসিকা চাৰু নয়ন অধৰ ॥ ৫১৪ ॥
একহি আনয় দুইকো চিনিতে নপাৰি।
কৰিলা মঙ্গল পাছে যত দেৱ-নাৰী ॥
নানা বাদ্য বজাৱে নাচই ঠাই ঠাই।
অনেক দখিণা দান দিলা যুৱৰাই ॥ ৫১৫ ॥
অনন্তৰে তনয়ৰ দেখিলা বদন।
অষ্টম দৰিদ্ৰে দীনে পাইলা বহু ধন ॥
সন্তোষিত মায় বাপ ইষ্ট পৰিয়াৰ।
কৰে জয় জয় সৱে আনন্দ আপাৰ ॥ ৫১৬ ॥
এহিমতে নিতে নৱ দুহানো বাঢ়ই।
চন্দ্ৰ-কালা বাঢ়ে যেন পূৰ্ণিমা সময়।
আত অনন্তৰে শুনা যেন কথা ভৈল।
হেন কৌতূহলে কতো দিন বৈয়া গৈল ॥ ৫১৭ ॥

পুত্ৰ দুইৰো বৰিষ ভৈলেক ছয় সাত।
শিখিল সকলে শাস্ত্ৰ অস্ত্ৰ অসংখ্যাত॥
এক দিনা চাহাপৰী বসি স্বামী-কোলে।
কোমল মধুৰ কৰি লাসে লাসে বোলে॥ ৫১৮॥

দক্ষিণৰ কটা গড় নাচাবলৈ চাহাপৰীয়ে কুমাৰক উপদেশ দিয়া।

শুনা প্ৰাণেশ্বৰ আবে বচন আমাৰ।
যত ৰাজভাব মোৰ সকলে তোমাৰ॥
তোমাৰে কিঙ্কৰী মই তুমি নিজ পতি।*
যথা যাৱা তথা যাৱা আপুন শকতি॥ ৫১৯॥
তভো এক বোল তুমি কৰিবা আমাৰ।
নযাইবা দখিণ দিশে বাৰীৰ মাজাৰ॥
কটা গড়খান আছে লোহাৰ হাঙ্গাৰ।
তাহাত পশিলে দুখ মিলিব আপাৰ॥ ৫২০॥
ভাৰ্য্যাৰ শুনিয়া হেন বাধিত বচন।
হৃদয়ত কুমাৰে গুণয় মনে মন॥
নজানি কোনবা হেতু বিষাদ কৰই।
দখিণ ভুৱন মই দেখিবো নিচয়॥ ৫২১॥
থাকিল তথাত সিটো হেন আলচিয়া।
হাসিতে খেলিতে গেল কতো দিন বৈয়া॥

চাহাপৰী তিনি বাইৰ ঘৰলৈ যোৱা

হৰিষে কুমাৰী বোলে কুমৰৰ থানে।
বচনেক বোলো প্ৰভু তুমি-বিদ্যমানে॥ ৫২২॥

---

* খ পুথিত ৪৭-সংখ্যক পাত ( "ৰে কিঙ্কৰী মই তুমি নিজ পতি"ৰ-পৰা ৫৩১ পদৰ "অনেক" শব্দলৈকে ) নাই।

যদি মোক দায়া তথু আছে বহুতৰ।
কৰিবা সাফল কৰো এখানি বচৰ॥
চাৰিগুটি বহিনী আছিলো একে সঙ্গে।
নানান কৌতুক-কেলি-কৌতূহল-ৰঙ্গে॥ ৫২৩॥
তিনিৰো মোহোক দায়া আছিল ডাঙৰ।
দেখা-দেখি নাহি দিন ভৈলেক বিস্তৰ॥
যদি আজ্ঞা কৰা যাইবো তাসম্বাৰ ঘৰে।
দুই পুত্ৰ থাকিবেক তোমাসাৰ তৰে॥ ৫২৪॥
অবোধ বালক ৰাখিবাহা ভালমতে।
আজি যাই কালি আসিবোহো প্ৰভাততে॥
কটা গড় চাইবে আছে কুমৰৰ মন।
যায়ো বুলি আদেশ কৰিলা তেতিক্ষণ॥ ৫২৫॥
এহি ঠাইত আমি থাকিবোহো বাট চাই।
অবিলম্বে আসিবা বিলম্ব নুযুৱায়॥
স্বামীৰ মেলানি পায়া দেৱী অপেস্বৰী।
তেখনে কৰিলা যাত্ৰা নমস্কাৰ কৰি॥ ৫২৬॥
পুত্ৰ দুইক আশ্বাসিয়া কৰিলা পয়াণ।
লগতে লড়িল ধৰি অনেক যোগান॥
বহুতৰ বাদ্য-ভণ্ড বাৰৈ আগে-পাছে।
চলিল অসংখ্য প্ৰজা কাছি বীৰ-কাছে॥ ৫২৭॥
তুৰঙ্গ মাতঙ্গ ৰথ নৰ লক্ষ ধাই।
অযুতেক সুন্দৰী ৰমণী বেড়ি যাই॥

হেনমতে প্ৰৱেশিল ৰমণীৰ ঘৰ।
দেখি তিনি ভগিনীৰ আনন্দ বিস্তৰ ॥ ৫২৮ ॥
বাঢ়ি গৈল স্নেহ চিৰকাল-দৰশনে।
হাততে মিলিল যেন হৰাইবাৰ ধনে ॥
পৰম গৌৰৱ কৰি বৈসাই আসনত।
স্নান পান ভোজন কৰাইলা বিধিৱত ॥ ৫২৯ ॥
অনন্তৰে পুছিলন্ত কুশল কাহানী।
কহিলা কন্যায়ো সাৰশেষে সৰেখানি ॥

মানিকজাদাৰ সপুত্ৰে দক্ষিণ-গমন আৰু প্ৰেতৰ হাতত বিপত্তি

এথাতে কুমৰে পঠাই আপুন ভাৰ্য্যাক।
উত্ৰাৰল কৰে মন দখিণে যাইবাক ॥ ৫৩০ ॥
দুই পুত্ৰ লগে লৈয়া আনন্দে চলিলা।
নানা বিদগদ বন তথাতে দেখিলা ॥
অনেক বিচিত্ৰ পুষ্প ফুলিছে বিস্তৰ।
কুহৰে কোকিল উৰে পৰে মধুকৰ ॥ ৫৩১ ॥
গুৱা নাৰিকল আদি মিষ্ট ফলচয়।
লহনা-লহন কৰি লাগিয়া আছই ॥
তাক দেখি কুমৰ সন্তোষ ভৈলা বড়।
কিনো অদভুত কিনো থান ৰুচিকৰ ॥ ৫৩২ ॥
পাছেসে পাইলন্ত যাই কটা গড়খান।
লোহাৰ কুলুপ বায়া বান্ধি আছে টান ॥
শক্তি কৰি কুমৰে ভাঙ্গিলা সিটো দ্বাৰ।
কপাট মেলিয়া চমৎকাৰ ভৈলা পাৰ ॥ ৫৩৩ ॥

আছাৰিয়া তাহাক পেলাইল সমুদ্ৰত।
সিও বিধি-নিবন্ধে পৰিল কাখৰত ॥
পূৰ্ব্ব-কৰ্ম্ম-বশে তাৰ ৰহিল জীৱন।
কতো বেলি থাকি বীৰে হুয়া সন্ধ্যক্ষণ ॥ ৫৪৫ ॥
বান্ধৱ চোটত গাৱ নপাৰে লাৰিত।
শোকে-দুখে তনু-মন ভৈলা জৰ্জ্জৰিত ॥
দুই পুত্ৰ সুমৰিয়া আকুল-হৃদয়।
মহামৰ্ম্মে মগ্ন ভৈলা ৰাজাৰ তনয় ॥ ৫৪৬ ॥
শুনা সভাসদ পদ কুমৰ-চৰিত্ৰ।
দেখা গৃহ-বাস দুখ কেন বিপৰীত ॥
দুখৰ মন্দিৰ ইটো জানা নিষ্ঠ কৰি।
অভদ্ৰ কুচিন্ত পাশে বান্ধিছে আবৰি ॥ ৫৪৭ ॥
যেন অন্ধকাৰত খদ্যোত অল্পজন।
সেহি পটন্তৰ সুখ কিঞ্চিতেক মান ॥
পৰলোকে যমৰ নগৰে লৱে ঠাই।
একোৱে প্ৰকাৰে তাক নিৱৰ্ত্তন নাই ॥ ৫৪৮ ॥
হেন জানি আত নকৰিবা আসকতি।
একান্তে কৃষ্ণৰ পাদে কৰিয়ো ভকতি ॥
ইহেন আপদ সুখে তেৰেসে নিস্তৰি।
কহে দ্বিজ ৰামে ডাকি বোলা হৰি হৰি ॥ ৫৪৯ ॥* ॥

॥ লেচাৰি ॥

এহিমতে শোকে-দুখে বীৰে    পৰি সিটো সমুদ্ৰৰ তীৰে
সুমৰি পুত্ৰক বীৰে কৰিলা মূৰ্চ্ছিত।
কতোক্ষণ মানে আছিলন্ত    পুনু চেতনক লভিলন্ত
পাছে মহামৰ্ম্মে লাগিলা বীৰে কান্দিত॥
আতি সুৰাগৰ দুই পুত্ৰ    মোহোক চাৰিয়া গৈল কুত্ৰ
ৰাক্ষসৰ হাতে দিয়া গৈলো তোৰ প্ৰাণ।
জানো কিবা গিৰি-গহ্বৰত    কিবা মৰিলাহা সমুদ্ৰত
জানো তোৰ হাড়-মুণ্ড ভৈল খান খান॥ ৫৫০ ॥

বুকে জুই দিয়া কৈক গৈলি    আৰে নাদেখিলো চক্ষু মেলি
পাপিষ্ঠ পিশাচে আছাৰি মাৰিলে কথা।
আপোনাৰ হেৰা যাৰে প্ৰাণ    বক্ষনৰ চোটে বৰ টান
কোন বিধি বক্ৰে কৰিলে হেন অৱস্থা॥
তিনিও মৰিলো তিনি ঠাই    কাকো কেৰে দেখা-দেখি নাই
হেন কি দাৰুণ শোক আছে সংসাৰত।
হিত-বচনক নুশুনিলো    আপুনাৰ দোষে নষ্ট গৈলো
নুশুণিলো পাছে পৰিয়া প্ৰেত-মায়াত॥ ৫৫১ ॥

এতি প্ৰেতি মোক প্ৰাণেশ্বৰী    বাধা কৰি গৈলা নিষ্ঠ কৰি
দুগুটি পুত্ৰক হাতে হাতে সমৰ্পিলা।
আতি মৰ্ম্মে দহে তাকে স্মৰি    এতেকে নিজীয়ো নযায়ো মৰি
হা হা বিধি মোক হেন কি দুখক দিলা॥

বিমল-কমল শশী-মুখী হৰিষ বদনে ঘৰে পশি
আমাক নেদেখি জলিবে দাৰুণ শোক।
বিচাৰিবে নানা কৰি যত্ন গিৰি নদী বন গহ্বৰত
নপাই নথৈ পাছে কান্দি মৰিবেক ॥ ৫৫২ ॥
কোন বিপাকত পৰিলোহো আকাৰ্য্যে বিদেশে মৰিলোহো
ইহেন সময়ে নেদেখিলো প্ৰাণেশ্বৰী।
বাপ-মাৰ ৰাজ্য-ভাৰ এৰি ঘোৰ সৰ্প মহা প্ৰেত মাৰি
নিজ পৰাক্ৰমে আসিলো সমুদ্ৰ তৰি ॥
কচুতে ভাঙ্গিলো বড় কাচি শুনি লোকে গৰিহিবে হাসি
আত কৰি মোৰ কোন আছে অপমান।
কিক লাগি আবে যমৰাই শীঘ্ৰে নেনি আছা বাট চাই
ইটো কষ্ট দেহে এভো ৰহি আছে প্ৰাণ ॥ ৫৫৩ ॥
এহি বুলি দীৰ্ঘ ডাক দিয়া হাকলে-বিকলে বাগৰিয়া
আতি মহামৰ্ম্মে কান্দয় ৰাজ-নন্দন।
কতো দূৰে থাকি দুয়ো ভাই উঠিলেক কিছু সুস্থ পাই
লড়িলন্ত লাসে বাপৰ শুনি ক্ৰন্দন ॥
সমুদ্ৰ-তীৰত দেখে পাছে ঘোৰতৰ বান্ধে পৰি আছে
তিনি বাপে-পোৱে মিলিল এক ঠাৱত।
যত বান্ধচয় কাটিলন্ত মুক্ত হুয়া উঠি বসিলন্ত
তিনিকো তিনিৱে সাবটি ধৰি গলত ॥ ৫৫৪ ॥
পুনৰপি মহা শোক জলি অন্যোঅন্যে কৰি গলাগলি
সাগৰ-তীৰত কান্দয় লোটাৰি পাৰি।

আৰে আক সংহৰিয়া থঞো শুনিয়োক পাছ কথা কওঁ
তৈত যি কৰিলা চাহাপৰী দেৱনাৰী ॥
তিনিয়ো বহিনী ৰঙ্গে ঢঙ্গে সুখে খায়া-দায়া একে সঙ্গে
ৰাতিগোট বঞ্চি প্ৰভাতে লড়িলা সতী।
বসনে ভূষণে তুষি কায় চৌভিতি কটকে বেঢ়ি যাই
স্বামী-তনয়ত কেৱল নিমজি মতি ॥ ৫৫৫ ॥ * ॥

॥ ছবি ॥

প্ৰেতৰ হাতৰপৰা সপুত্ৰে কুমাৰক উদ্ধাৰ কৰা

অনন্তৰে অপেস্বৰী প্ৰৱেশিয়া নিজ পুৰী
শীঘ্ৰে পশি ঘৰৰ ভিতৰ।
দেখন্ত নাহিকৈ পতি দুই পুত্ৰ সমন্বিতি
আনসৱ আছে নিৰন্তৰ ॥
হেন দেখি দেৱ-নাৰী বিচাৰিলা ফুৰি ফুৰি
সুধি পুছি উদ্দেশ নপাই।
কান্দিলন্ত মনে তথা শুনা যেন পাছ কথা
মিলিলেক যিগোট অপায় ॥ ৫৫৬ ॥
আথে-বেথে গৈয়া পাছে দখিণ দিশক যাই
কটা গড় দেখিলেক সতী।
তথা প্ৰেত নাহিকয় দেখি আতি তমোময়
মহা মৰ্ম্মে দগ্ধ ভৈলা মতি ॥
বিপৰীত ডাক পাৰি হিয়াত জাঞোল মাৰি
নিঢালে পৰিলা মূৰ্চ্ছ যাই।

ক্ষণিক অন্তৰে পাছে নিশ্বাস ফোকাৰি উঠি
মহাশোকে কান্দয় দুনাই ॥ ৫৫৭ ॥
হা হা প্ৰভু প্ৰাণপতি মোক এৰি গৈলি কতি
অনাথিনী ভৈলো দুৰ্ভাগিনী।
তযু শোক-শেল-ঘাৱে চেতন নাহিকে গাৱে
যম-কৰণক নযাওঁ কেনি ॥
অনেক দুখক দিলো বাপ-মাৱ বিয়োগাইলো
এড়িলা সকলে ৰাজ্য-ভাৰ।
তভো তাক নগণিয়া মোক লাগি খেদি আইলা
যত কষ্ট ছাৰি আপোনাৰ ॥ ৫৫৮ ॥
প্ৰাণতো অধিক কৰি মোক প্ৰভু দেখিলাহা
প্ৰচাৰতে যেহেন হৰাঞো।
আৰে প্ৰভু মোক এড়ি কৈত তুমি আছা পৰি
তযু প্ৰিয়া ডাকি মৰি যাঞো ॥
দিলো হাক বাৰম্বাৰ কৰি তাক পৰিহাৰ
দখিণ দিশক আইলা কেনে।
পাপিষ্ঠ পিশাচ্চেযে মোক পৰিহাস মাতিবেক
স্মৰি তাহাক নপাঞ মনে ॥ ৫৫৯ ॥
আনো নানা গুণ স্মৰি কান্দিলেক চাহাপৰী
সংহৰিলো তাক শঙ্কা ডৰে।
পাছে লোকসকলক দিশা-দিশি পাঞ্চিলেক
চাহিবাক লাগি নিৰন্তৰে ॥

ৰাজ-আজ্ঞা শিৰে ধৰি অসংখ্যাত অপেস্বৰী
লৰিলেক পৃথিৱী কম্পাই ।
কেহো নদী সমুদ্ৰত কেহো চাহে আকাশত
কেহো চাৱে পাতালক যাই ॥ ৫৬০ ॥
কেহো গিৰি-গহ্বৰত কেহো স্বৰ্গ-ভুৱনত
কেহো চাহে দেশ-দেশান্তৰে ।
কেহো চাহে ঘৰে ঘৰে মায়া কৰি নিৰন্তৰে
কেহো চাই বনৰ ভিতৰে ॥
পাছে গিৰি-কন্দৰত এক বৃক্ষ-উপৰত
একগোটা পত্ৰৰ মধ্যত ।
খুদ্ৰ বিছাগুটি হুয়া আছে প্ৰেত লুকা দিয়া
কাম্পে গাৱ দাৰুণ ভয়ত ॥ ৫৬১ ॥
দেৱৰ মায়াক দেৱে লুকান নযাই জানা
বিচাৰি পাইলন্ত তথা গৈয়া ।
তেতিক্ষণে ধৰি আনি হাতে গলে বান্ধি টানি
নৃপতিত যোগাইলেক নিয়া ॥
হেন দেখি অপেস্বৰী তাক মহা ক্ৰোধ কৰি
প্ৰহাৰিলা অনেক প্ৰকাৰ ।
পুছিলা স্বামীৰ কথা পিশাচে নকহে তথা
দেখি কোপ কৰি পুনৰ্ব্বাৰ ॥ ৫৬২ ॥
মহা তপ্ত কৰি তৈল তাম্ৰৰ জঙ্কাত থৈলা
দেখি অন্তৰীক্ষ ভৈল প্ৰাণ।

তাতে সিটো পিশাচক আদেশিল পেলাইবাক
শুনি তাৰ হত ভৈল জ্ঞান ॥
পাছে দুষ্ট নিশাচৰে বুলিলেক কৰযোৰে
ইটো দণ্ড ছাৰা মোক মাৰ ।
যেনমতে তযু স্বামী পুত্ৰ সমে কি কৰিলো
সকলে কহিবো ইটো ঠাৰ ॥ ৫৬৩ ॥
এহি বুলি সৱে কথা কহিলা পিশাচে তথা
কিঞ্চিতেক নকৰি ভণ্ডন ।
পাছে সেহি সময়ত সমুদ্ৰৰ তীৰে পাই
তিনিকো আনিলা কন্যাগণ ॥
নিজ পতি সমে দুই পুত্ৰক দেখিয়া সতী
গলে ধৰি জুৰিলা ক্ৰন্দন ।
চাৰিও চাৰিক ধৰি পাৰিলেক গেৰা-গেৰি
হৰিলেক গাৱৰ চেতন ॥ ৫৬৪ ॥
ক্ষণিক অন্তৰে উঠি সন্ধুক্ষণ হুয়া পাছে
স্বামীক বুলিলা অপেশ্বৰী ।
সৱে সাৱশেষে কথা কহিয়ো আমাত এথা
মিলিলেক অপায় কি কৰি ॥
দুষ্ট প্ৰেতে কেন কৰি দণ্ডিলে তোমাক ধৰি
পুত্ৰ দুই সমে প্ৰাণেশ্বৰ ।
কৈত কত দুখ কষ্টে আছিলা কিমতে প্ৰভু
শুনো তাক কহিয়ো সত্বৰ ॥ ৫৬৫ ॥

কুমাৰীৰ হেন বাণী শুনিয়া ৰাজাৰ পুত্ৰে
খনিতেক আছিল তব্ধিয়া ।
উৰ্দ্ধক বদন কৰি দীৰ্ঘয়ে নিশ্বাস কাঢ়ি,
কহিলেক সকলে কান্দিয়া ॥
যেমতে দখিণে যাই দেখিলন্ত নিতলত
দুষ্ট প্ৰেত বন্দীত আছই ।
শুনি তাৰ স্তুতি-নতি লোহা মেলি জল দিলো
খায়া যেন কৈলা দুৰাশয় ॥ ৫৬৬ ॥
যেনমতে তৰ্জ্জি গৰ্জ্জি আপোনাক বান্ধি-চাটি
আছাৰি পেলাইলা সমুদ্ৰতে ।
দুয়ো তনয়ক ধৰি আছাৰিলা যেন কৰি
সাৰশেষে কহিলা সমস্ত ॥
হেন শুনি অপেস্বৰী অনেক মহুম কৰি
বুলিলন্ত কুমৰক চাই ।
হেৰ দেখা প্ৰাণেশ্বৰ এহি দুষ্ট নিশাচৰ
কৰা দণ্ড মনৰ ইছাই ॥ ৫৬৭ ॥ * ॥

॥ পদ ॥

কুমাৰী বোলয় প্ৰেত দেখাহা কুমাৰ ।
যদৃচ্ছায়ে মাৰি আক পেশো যম-ঘৰ ॥
হেন শুনি কুমৰে বুলিলা পুনৰ্ব্বাৰ ।
নলাগে ইহাক কিছু দণ্ড কৰিবাৰ ॥ ৫৬৮ ॥

পূৰ্ব্বত বিধাতা যিবা কৰিছা লেখন।
যাৰ যিবা হুইবে কতো নযাই মিটন ॥
এতেকে ইহাক পুনু নিয়ো নিজ ঠাই।
কটা গড় মাজে থৈয়ো নিহল লগাই ॥ ৫৬৯ ॥
কন্যায়ে পাইলন্ত যদি প্ৰভুৰ আদেশ।
কটা গড় সজায়াযে কৰিলা বিশেষ ॥
আদেশিলা কন্যাগণ প্ৰেতক নিবাৰ।
লোহা লগাই থৈল নিয়া প্ৰেত দুৰাচাৰ ॥ ৫৭০ ॥
অনন্তৰে সতী কুমৰক আগ কৰি।
আনন্দে তনয় দুইক দুই হাতে ধৰি ॥
আগে পাছে লড়িলন্ত পদাতি কটক।
চপকৰে পশিলন্ত আপোন ঘৰক ॥ ৫৭১ ॥
সাত সাগৰৰ জলে কৰিলন্ত স্নান।
বসন ভূষণ কৰিলন্ত পৰিধান ॥
পতি পুত্ৰ সমে ভুঞ্জিলন্ত ৰঙ্গ কৰি।
খাটে বসি তথাতে ৰহিলা চাহাপৰী ॥ ৫৭২ ॥
এহিমতে কতো দিন আনন্দে আছয়।
আত অনন্তৰে শুনা ভৈলন্ত যেনয় ॥
সমুদ্ৰৰ তীৰে এক আছে দিব্য ঘৰ।
সুবৰ্ণে ৰচিত হীৰা মনি মাণিকৰ ॥ ৫৭৩ ॥
যত স্তম্ভচয় তাৰ শুদ্ধ চন্দনৰ।
গন্ধে আমোদিত দিশ দেখিতে ৰুচিৰ ॥

পিতৃ-গৃহৰ কাৰণে কুমাৰৰ বিষাদ

মহা জ্যোতির্ম্ময় লাগে চক্ষুত জমক।
মধ্যান কালৰ যেন দেখিয়া সূর্য্যক ॥ ৫৭৪ ॥

একদিনা সেহি ঘৰে ৰাজাৰ কুমৰ।
একেশ্বৰে গৈয়া উঠি খাটৰ উপৰ ॥
আনন্দে আছন্ত লৈয়া মলয়া পৱন।
সুললিত নাদ তাতে কুলিৰ সঘন ॥ ৫৭৫ ॥

চৌপাশে আৱৰি আছে পুষ্প অসংখ্যাত।
অনেক ভ্ৰমৰ উড়ে পৰে অসংখ্যাত ॥
এহিমতে তথা বসি আছয় কুমৰ।
পড়িল মনত কথা আপোন দেশৰ ॥ ৫৭৬ ॥

এ সুখ সম্পদ মোৰ সবে অকাৰণ।
বাপ-মাৱ চাৰি কৈলো বিদেশে গমন ॥
কোন বিধি ছলিলে কৰম কেন ভৈল।
কৈৰ হন্তে কেন কৰি কৈত আসি থৈল ॥ ৫৭৭ ॥*॥

॥ ছবি ॥

মহাশোকে যুৱৰাজে * একলে ঘৰৰ মাজে
কান্দে আতি দীৰ্ঘ ৰাৱ দিয়া।

---

* ক-পুথিত ৩৯-সংখ্যক পত্ৰ (৫৭৮-সংখ্যক পদৰ "একলে ঘৰৰ মাজে"ৰপৰা ৫৮৯-সংখ্যক পদৰ "মিলালেক আনি তথা পাত্ৰ যে মন্ত্ৰীক"-লৈকে ) নাই।

বাপ মাৰ সুমৰিয়া অধিকে পোৰয় হিয়া
কিমতে দেখিবো মঞি গৈয়া ॥
হা হা বাপ নৰেশ্বৰ মহাদৈ কচিকৰ
নজানিলো জীয়ে কি মৰয়।
পাইবো লাগ কাত সুধি কোনে মোক দিব বুধি
আবে কেন কৰিবো উপায় ॥ ৫৭৮ ॥
আৰ মোৰ জনময় বঙ্গ ভৈল আতিশয়
তাকে মঞি কৰিলো ছেদন।
জানো মোৰ শোক-ঘাৰে দগ্ধ ভৈলা বাপ-মাৰে
আতে আতি স্মৰি পোৰে বুক ॥
যতেক দুখক পাইলো তাকো মনে নমানিলো
ইটো শোকে ঠেলয় সৱাক।
যত আছে ৰাজ্যভাৰ সৱে হোৱে ছাৰখাৰ
যত ভোগ তেজিলো সৱাক ॥ ৫৭৯ ॥
পুনু কোকিলৰ ৰাৱ প্ৰাণ মোৰ লৈয়া যায়
আৰ বহে বসন্তৰ বায়।
দুখৰ উপৰি দুখ পিতৃ লাগি পোৰে বুক
কেনমতে দেখিবো দুই পায় ॥
কেয়ূৰ কঙ্কন হাৰ সকলো মোৰ আসাৰ
ভাৰ্য্যা পুত্ৰ কিছুকো নালাগে।
বাপ-মায় নাসেৱিলো মিছা কাৰণত আইলো
এহি দোষ মোৰ কৰ্ম্মভাগে ॥ ৫৮০ ॥

মাৱ মোৰ ৰাজেশ্বৰী বহু তপ-জপ কৰি
পাইলা মোক এক পুত্ৰ বৰে।
দেখিলোহো অপেস্বৰী এৰিলো আপুন পুৰী
নৰহিলো বাপ-মাৱ ঘৰে ॥
অগনি দহৱে গাৱে বিছেদ যে বাপু-মাৱে
বিবুধি ভৈলেক মোৰ মতি।
কাহাত পাইবোহো বুধি কোনে মোক দিবে সুধি
কিনো মোৰ মিলিল বিপতি ॥ ৫৮১ ॥
বাপ মোৰ বৃধ আতি আমিচাহা নৰপতি
কেনমতে দেখিবো তাহানে।
তাহানে উদ্দেশে যাম কথা গৈলে লাগ পাম
কান্দি কান্দি ধৰিবো চৰণে ॥
এক পৰী সেহি ক্ষণে জনাইল কুমাৰী-স্থানে
কি কৰস অবে চাহাপৰী।
পৰিয়া তোহোৰ পতি কান্দে বিকলিত-মতি
ঘৰ মাঝে হুয়া একশ্বৰি ॥ ৫৮২ ॥
গাৱেৰ বসন এড়ি বিকলিত চাহেপৰী
বুকত মাৰিয়া অতি ঘাৱ।
হা হা স্বামী ডাক দিয়া মুকলিত-কেশ হুয়া
ধৰিলেক কুমৰৰ পাৱ ॥
প্ৰাণনাথ নৰেশ্বৰ মোহোৰ কণ্ঠৰ হাৰ
কেনে হেন ভৈল্য তযু মতি।

ধৰ্ম্ম-কৰ্ম্ম নচাৰিলো অধৰ্ম্মক নকৰিলো
তেবে কেনে মোহোৰ বিপতি ॥ ৫৮৩ ॥
তোমাৰ আমাৰ প্ৰভু একহি শৰীৰ জ্ঞানা
লিখিয়া আছয় ললাটত ।
কহিয়ো কমন কাজে কান্দা প্ৰভু যুৱৰাজে
নৰাখিবা আশঙ্কা মনত ॥
দুই পুত্ৰ কোলে কৰি কান্দি বোলে চাহাপৰী
কেনে প্ৰভু এমত তোমাৰ ।
সুৰাগৰ দুই ভাই [ আসিছা তোমাৰ ঠাই ]
ভাল মুখে নেদাহা উত্তৰ ॥ ৫৮৪ ॥

॥ পদ ॥

আমিৰা-সামিৰাক পৰা-ৰাজ্য দি মালিক-জাদা আৰু চাহাপৰী কুণ্ডিলৈলৈ যোৱা

অনন্তৰে কুমাৰীৰ ক্ৰন্দন শুনিয়া ।
পুনৰপি শোক-শেলে হৃদয় ভেদিয়া ॥
আমিৰা সামিৰা দুই দেখি তনয়ক ।
যেহেন অগ্নিত দুনাই আহুতি দিলেক ॥ ৫৮৫ ॥
অনেক প্ৰকাৰে তথা বীৰে কান্দিলত ।
পাছে ক্ষণিতেক মান থিৰ কৰিলন্ত ॥
সঙ্কুক্ষণ হুয়া পুছিলন্ত আখি-মুখে ।
বুলিতে লাগিলা বীৰে কন্যাক সমুখে ॥ ৫৮৬ ॥
কুমৰে বোলন্ত সতী মোৰ শুনা বাণী ।
বাপ মাৰ দেখিবাৰে মাগোহো মেলানি ॥

যদি আজ্ঞা দিয়া তুমি মনত হৰিষে।
বাপ-মাৰ দেখি পুনু আসিবো আৰশে॥ ৫৮৭॥
হেন শুনি চাহা বুলিলেক মুখ চাই।
তোমাক চাৰিয়া ৰহিবাক কাৰ্য্য নাই॥
কুমৰে বোলন্ত প্ৰিয়া তোমাৰে নিচ্চয়।
[কন্যা বোলে] প্ৰভু আত নাহিকে সংশয়॥ ৫৮৮॥
এহি বুলি আনি কন্যা তিনি বহিনীক।
মিলালেক আনি তথা পাত্ৰ যে মন্ত্ৰীক॥
সম্বুধি মাতিলা যত আৰ পৰীগণ।
সৱাৰে হাতত দিলো পুত্ৰ দুইজন॥ ৫৮৯॥
প্ৰতিপাল কৰিবা সকলে পুত্ৰৰতে।
কৰিবো বিদায় মই স্বামীৰ লগতে॥
শুনি পাত্ৰগণে বোলে দেৱ-অপেস্বৰী।
আমিৰক ৰাজ্য দিয়ো দণ্ড-ছত্ৰ ধৰি॥ ৫৯০॥
সামিৰাও যুৱৰাজ হুয়োক ইহাত।
দুয়ো ভাই একে ৰাজ্য ভুঞ্জোক সাক্ষাত॥
এহি বুলি সবে একযুগুতি কৰিল।
শুভক্ষণে দুইকো অভিষেকক কৰিল॥ ৫৯১॥
পাত্ৰে মহাপাত্ৰে মাথ চপৰাইল ঝাণ্টে।
নানা সুমঙ্গল ৰোল ভৈল হাটে-বাটে॥
বহু বাদ্য-ভণ্ড বাৱে উৰুলি মঙ্গল।
নাচে গাৱৈ সৱ নৰ-নাৰী কৌতূহল॥ ৫৯২॥

অনন্তৰে চাহাপৰী দুয়ো তনয়ক ।
চুম্বন কৰিয়া শিখাই-বুজাই অনেক ॥
কৰযোৰে সৱাকো মাতিলা অৱনতে ।
থাকিয়ো কুশলে দুয়ো আপোন দেশতে ॥ ৫৯৩ ॥
কিছু নজানয় মোৰ দুগুটি ছৱাল ।
পুত্ৰৱতে সৱেও কৰিবা প্ৰতিপাল ॥
হেৰা মই পুনৰপি সৱাতে মেলাওঁ ।
থাকিবা সকলে মই স্বামী-সঙ্গে যাওঁ ॥ ৫৯৪ ॥
কুমৰেও এহিমতে সৱাকে মাতিলা ।
মেলানি মাগিয়া শীঘ্ৰে যাত্ৰাক কৰিলা ॥
পৱন-সদৃশ চাৰি ঘোৰে ৰথখান ।
তাতে চড়ি দুয়োজন কৰিলা পয়াণ ॥ ৫৯৫ ॥
সুমঙ্গল কৰি যাত্ৰা দিলা সৰ্ব্বজনে ।
জয় জয় শব্দ উচাৰিয়া ঘনে ঘনে ॥
মাৰৰ বাপৰ দুই বদনক চাই ।
নমস্কাৰ কৰি ৰহিলন্ত পুত্ৰ দুই ॥ ৫৯৬ ॥
পাছে ৰথে চৰি দুয়ো যান্ত নিজ ঠাই ।
দেৱ-দত্ত চাৰি ঘোৰা বায়ু যোৰ নাই ॥
কুমৰে মাৰয় তাত চাবুকৰ চাট ।
তিলেকতে পাই যাঠি যোজনৰ বাট ॥ ৫৯৭ ॥
মাল্লিক-জাদাৰ অভিষেক
নিজ ঘৰ পাইল যাই আপোন ৰাজ্যৰ ।
নাহি পাত্ৰ-মন্ত্ৰী পিতৃ-মাতৃ গৈল মাৰ ॥

স্মৰি কুমৰে তাক অনেক কান্দিলা ।
হা হা কিনো মোৰ কৰ্ম্মে বিধাতা বধিলা ॥ ৫৯৮ ॥
নেদেখিলো চক্ষু ভৰি বাপক মাৰক ।
হেন দুখ ভুঞ্জিবাক স্রজিলে আমাক ॥
এহি বুলি অনেক কৰিলা বিলাপন ।
চিনি আৱৰিলা তাক যত সৈন্যগণ ॥ ৫৯৯ ॥
সাত সাগৰৰ জলে কৰাইলন্ত স্নান ।
শ্ৰীসিংহাসনে তুলি ধৰিলে জোগান ॥
অভিষেক কৰিলেক মহাপাত্ৰগণে ।
ৰাজা হুয়া কুমৰো ৰহিলা ৰঙ্গমনে ॥ ৬০০ ॥
শুনিলাহা সৰ্ব্বজনে কুমৰ চৰিত্ৰ ।
আত মহা পুণ্য পাই হুবয় দুৰিত ॥
খনো সুখ খনো দুখ যেন মেঘছায়া ।
অসাৰ সংসাৰ ইটো ঈশ্বৰৰ মায়া ॥ ৬০১ ॥
খণ্ডিত বিষয় আত সুখ নাহিকয় ।
অখণ্ড সুখক সাধা ভজি কৃপাময় ॥
কুচিত বিষয় আত চাৰিও সকাম ।
কহে দ্বিজ ৰামে ডাকি বোলা ৰাম ৰাম ॥ ৬০২ ॥*॥

॥*॥ চাহাপৰী পুস্তক সমাপ্ত ॥*॥

# পাঠান্তৰ

ক.—কামৰূপ অনুসন্ধান সমিতিৰ পুথি। ১৭১২ শক।

খ.—গুৱাহাটী বিশ্ববিদ্যালয় পাঠাগাৰৰ পুথি। ১৭২১ শক

পদ ২ অজিত-শৰীৰ-ধৰ, ক.—খ. অজিতসাৰঙ্গয়াৰ।

৫ সাৱধানে যত সভাসদ, ক.—খ. সৰ্ব্বজন মৃগাৱতি পদ।

৭ হুয়ো, ক.—খ. হুয়া।

৯ মৃগাৱতী অপসৰী, ক,—খ. মৃগাৱতি চাহাপৰি।

১৮ আচম্বিতে, ক.—খ. আচসিতে

থাকি বুলিলা উত্তৰ, ক.—খ. আচি হৃদয় ভিতৰ

২১ বিচলিত, ক.—খ. বিহ্বলিত

৩৭ বৃদ্ধে, ক.—খ. বহুত

৫০ ভৈল কোলাহাব। ক.—খ. হেন কোলাহাল।

৫৪ পৰৰ কাৰণে, ক.—খ. পৰিৰ কাৰনে

৬০ তাল-যন্ত্ৰ, ক.—খ. ভালজন্ত্ৰ

৬৪ এতো (এভো), ক.—খ. তভো

৬৫ খাণ্ডা, ক.—খ. খণ্ডা

৬৯ কগৈল, ক.—খ. কৈগৈল

৮৯ প্ৰখৰ, ক.—খ. সত্বৰ

৯১

৯২ গুৰা...খনক॥ ক.—খ. (পদ দুশাৰী নাই, গাত্ৰ) গুহৰি খজুৰ॥

৯৫ যোদ্ধাৰ। ক.—খ. যুধাৰ

১০০ নবীন-যৌৱনী, ক.—খ. নৌতনজ্যোবনি

১০৩ হৰিণী॥ ক.—খ. হৰনি

১০৪ মনুষ্যৰ পৰা॥ ক.—খ. মনুষ্যৰ পুড়া।

১২০ শোকে কাম-অগনিত। ক.—খ, আৰে সোকঅগনিত।

১৩৪ ভনীগৱ, ক.—খ. ভন্যগৱ।

১৪১ পালটি লাগিল, ক.—খ. পালটি নচাইল

১৫২ কৰিলা বন্দন, ক.—খ. কৰিলা নদনে

১৫৭ ভনীগৱ, ক.—খ. ভন্যগৱ

১৬৮ কামগিকজাদা, ক.—খ. কাজিকজাদা

১৭৩ আইলাহা সমাজ, ক.—খ. আইল যুবৰাজ

১৮৩ (৩৭ পিঠিৰ পাদটীকা চাওক। ক. পুথিত দ্বাদশ পত্ৰ নাই। কিন্তু সেই সংখ্যা ভুলতেহে এৰা হৈছে : এইখিনিত ওপৰঞ্চি পদ নাছিল। খ. পুথিৰপৰাও এই কথা স্পষ্ট হৈছে।)

১৮৯ তেতিক্ষণে, ক.—খ. অচেতনে

২১০ পৰয়। ক.—খ. তেজয়।

২১৩ চলোহো ৰোকাম॥ ক.—খ. চলো ৰোমৰয়॥

২১৫ যাইবাক নাপাই, ক.—খ. খাইবাক নপাৰি

২২৪ জাউ, ক.—খ জাঞলে।

২২৫ প্ৰভাৱ॥ ক.—খ. প্ৰস্তাৱ

২৩৩ গিলি, ক.—খ. নিলা গদা, ক.—খ. তথা

২৩৪ কান্দে বিয়াকুল, ক.—খ. শোকে জজ্জৰিত

২৩৭ যদুপতি, ক.—খ. লক্ষ্মিপতি

২৪০ তকন...। ক.—খ. তকন বিচক্ষন

২৪৮ চাহা পৱীৰ, ক.—খ. চাহাপৰিৰ

২৪৯ কুমাৰী, ক.—খ. কুনৰি

২৫১ ভবন, ক.—খ: ভুবন

২৫৫ কোন দেশে, ক.—খ, কোন দিসে আছোক—খ. আছেতে

২৫৮ শুনিয়া...মনায়ক। ক.—খ. স্থুনি...অনাথক।

২৬১ পত্নীসকলৰ, ক.—খ. পৰিসকলৰ

২৭০ দামোদৰ। ক.—খ. গদাধৰ।

২৭১ ভোকে স্থুখে দুখে॥ ক.—খ. ভোখে সোকে দুখে॥

২৭২ কাঢ়িবে, ক.—খ. কাঢ়য়

২৭৪ শেলুক, ক—খ. সেলেক

২৮৪ কৰিলা, ক.—খ. কৰাইলা

২৮৯ নানাভাৱ, ক.—খ. অনাভাৱ

২৯১ নিয়া তাহাৰ ভিতৰ। ক.—খ. নিয়া অভ্যন্তৰে তাৰ।

৩০০ মহা ক্রোধ, ক.—খ. মহাভয়

৩০১ দেৱ-ঘৰে, ক.—খ. দেঞোঘৰে

৩১৯ সফল, ক.—খ. সমল

৩২৬ নপাৰে কেৱল॥ খ.—ক. গাৱে নাহি বল॥

৩২৯ যুৱৰাজ। ক.—খ. মন্দিৰৰ বাঝে।
নাজ॥ ক.—খ. মাঝে॥

৩৩২ যম-কৰণত...থান॥ খ.—ক. (নাই।)

৩৫৬-৭১ মতে তাক ৰাজা কৰিলেক ৰণ...আৰ কত দুখে তাক পাই কি নপাই। খ.—ক. (এই পদেৰে ২৪-সংখ্যক পাত নাই।)

৩৭৯ তুষ্ট, ক.--খ. তোষ

৩৮১ কন্যা বিহা কৰি ভোগ, ক.—খ. কন্যা ভোগ বিহা কৰি

৩৮২ কাৰণ কৰি॥ক.—খ. কাৰণ কহি

৩৮৪ নোহে কোষ বন্ধনৰ—ক. নোহে কোস বন্ধনৰ। খ. হুহি কোষ বন্ধনৰ। হেন লয়ে, খ.—ক. হেন নাই

৩৮৭ তথি, ক.—খ. থিতি

৩৯০ ৰাখয়, খ.—ক. ৰাক্ষষ

৩৯৩ ধুত্তুৰ ক.—খ. ধুস্তুৰ

৪০১ ধৈজ, ক.—খ. ধৌজ

৪০৯ হুদুৰা ক.— খ গঢ়ৰ

৪১১ হুদুৰাৰ, ক.—খ. হুদুৰা

৪১৫ তপত, ক.—খ তমত

৪১৮ কুন্দুৰাৰ, ক.—খ. কুন্দুষা

৪২১ আসিয়া ভুনাই ॥ খ.—ক. বসিলা সেঠাই ॥
ঘৰ-ভিতৰত। . পাৰত ॥ খ.—ক. ঘৰেৰ ভিতৰে। . পাৰৰে ॥

৪৪৭ জ্যোতির্ম্ময়—খ. জোতিৰময়
জড়কিড়, ক.—খ. জড়কিত

৪৫০ খ. (তৃতীয় আৰু চতুৰ্থ শাৰীৰ মাজত ৪৬৫-ৰপৰা ৪৭৩ পদলৈকে পোৱা যায়।)
সাৰসযে, ক.—খ. শৰালিযে।

৪৫১ আনো ফুলি...অমোদিত। ক.—খ.
আনো নানা জলচৰ পখি তাত ৰঙ্গে।
ৰাজহংসে স্নুবৰ্ন্ন ৰ মৃনাল উভঙ্গে ॥
নানা পুষ্প লতাসবে শোভে চাৰিভিতি।
ফুলি আছে ঠাই ঠাই গন্ধে অমোদিতি ॥ ৪৫৩
ৰতনে ৰচিত ॥ ক.—খ. ৰতনেৰ পাত ॥

৪৫২ ঘৃত মধু, ক.—খ. দুগ্ধ ঘৃত

৪৫৪ ৰোকাম নগৰ, ক.—খ কামনা নগৰ

৪৫৬ মৃগী-ৰূপী . তথা. ক.—খ. মৃগীৰূপে.. পাশে

৪৫৭ আগুসাৰ, ক.—খ. পেয়োসাৰ

৪৬২ গৃহ, খ.—ক. মৃগ

৪৬৩ সেহি ঘৰ...আসন ॥ খ.—ক. ( নাই )।

৪৬৫ খীণী ॥ ক.—খ ধনি ॥

৪৬৮ ভগ্ন, ক.—খ. ভগিনি

৪৬৯ দেখিয়া আনন্দে, ক.—খ. আদেখ দেখিয়া

৪৬৫-৭৩ খ. ( এই পদকেইটা ৪৫০ পদৰ মাজতে পৰিছে। এই ঠাইত্ নাই। )

৪৮০-৯৫ নাৰী : তবু নিজ পত্নী আমি...দেবাঙ্গ বসনচয় কৰাই আভৰণ। খ.—ক. ( এই পদেৰে ৩২-সংখ্যক পাত নাই। )

৫১৩ আমলেক, ক.—খ. আমলেখি

৫১৫ দেৱনাৰী ॥ খ.—ক. গোপনাৰি ॥

৫১৯-৩১ ৰে কিঙ্কৰী নই তুমি নিজ পতি।......বন তথাতে দেখিলা ॥ অনেক, ক.—খ. ( এই পদেৰে ৪৭-সংখ্যক পাত নাই। )

৫২৯ যথা যায়া তথা যায়া—ক. যথা যায়া তথা খায়া

৫৩১ কুহৰে, খ.—ক. কুহুৰে।

৫৩৩ ভাঙ্গিলা, খ.—ক. বান্ধিলা

৫৩৭ যায়া, ক.—খ. যায়া

পিশাচে, খ.—ক. কুমৰে

৫৪০ থাক থাক......গৃহবাস ॥ খ.—ক.

থাক থাক কথা যাইবি আজি মাথা খাইবো।
মোৰ কন্যা গৃহবাসকে লৈয়া যাইবো ॥

৫৫০ লাগিলা কান্দিত ॥...মোহোক চাৰিয়া গৈলা কুত্র...ভৈল থাম ॥—( খ. পুথিৰপৰা গৃহীত। ক. পুথিত এইবোৰ শব্দ নষ্টপ্ৰায়। )

৫৫৬ শুনা যেন পাছ কথা, ক.—খ. বিচাৰি নপাই তথা।

৫৫৮ কাজি, ক.—খ. কৈজি।

বগলিয়া ঃ গোক লাগি খেদি—(খ. পুথিৰপথা গৃহীত। ক. পুথিত নাইঞাল।)

৫৫৯ গুে গুেহেন হথা—(খ. পুথিৰপথা গৃহীত। ক. পুথিত নাইঞাল।)

পাপিষ্ট পিশাচে গোক—(খ. পুথিত অপথকি-কপে "আলিজিয়া" শব্দ আছে ইয়াৰ পিছতে।)

৫৬৭ ত্তজি-গজি...হেন...অশেশৰী...মহুগ—(ক. পুথিত পদবোৰ নষ্ট হৈছে। খ. পুথিৰপথা গৃহীত।)

৫৭৬ উড়ে পৰে, ক.—খ. পৰে উৰে

৫৭৭ বিদেশে, ক—খ. বিদিশে

চলিলে কথম, খ—ক. চলিলেক মোৰ

৫৭৮-৮৯ একলে ঘৰৰ মাজে.....গিলালেক আনি তথা পাত্রে মন্ত্রীক॥
খ.—ক. (এই পদবোৰৰ ৩৯-সংখ্যক পাত নাই।)

৫৮৯ সবাৰে হাতত, ক.—খ. মন্ত্রিৰ হাতত

৫৯১ সাধিবাও...সাক্ষাত॥ ক.—খ.

আমিবাও যুবৰাজে বুলিবাক বৈল।
সামিধাক অভিষেক কৰিতে বুলিল॥

৫৯২ পাত্রে মহাপাত্রে, ক.—খ. পাচে মন্ত্রি

৫৯৬ মাহৰ বাপৰ...চাই। নমস্কাৰ
৫৯৭ সেবকত...নাই॥
কুমাৰে মা
(ক. পুথিত পদবোৰ নষ্ট হৈছে। খ. পুথিৰপথা গৃহীত।)

৫৯৮ নিজ ঘৰ...গৈলা মাৰ॥ ক.—খ.

কাতো দিলে পাইল * আগুন বাজাক।
নাহি শীঘ্রে সাজি মন্ত্রি গৈলা যমলোক॥

# শব্দ-নির্দ্দেশিকা

সঙ্কেত-চিন: অপ°—অপভ্ৰংশ। আ°—আৰবী। তু°ক°—তুলনা কৰক। প্ৰা°—প্ৰাকৃত। প্ৰা°অ° - প্ৰাচীন অসমীয়া। ফা°—ফাৰ্চী। ব°—বঙলা। স°—সংস্কৃত। হি°—হিন্দী। সমান চিনে (=) ব্যুৎপত্তিগত সম্পৰ্ক সূচাইছে। সৰু বন্ধনীৰ মাজৰ শব্দ আৰু অঙ্কবোৰে পাঠান্তৰ নিৰ্দ্দেশ কৰিছে।

অঙ্গুষ্ঠি, ১০২=আঙঠি।

অধোমুই, ৩০১=অধোমুখী।

অনিন্দিতি, ১৩,৪৬৪—অনিন্দিতা।

অপসৰা, ৬=অপ্সৰা। পৰী।

অমত্তক, ৩৯৩=মত্ত; মদ।

অমোদিত, ৪৫১=আমোদিত।

অম্ৰাৰতী, ৪০০, ৪২৬=অমৰাৱতী।

অৰ্ঘ, ৩০=অৰ্ঘ্য।

অসঞ্চাৰ ৪৩১—য'লৈ অহা-যোৱা নাই।

আকলিলা, ২৪৫—উপলব্ধি কৰিলে; ছম্‌জিলে। [আ° অক্‌ল্‌।]

আকাৰ্য্য, ৫৫৩=অকাৰ্য্য।

আগুসাৰ, ৪৫৭=অগ্ৰসৰ।

আঙ্গুষ্ঠি, ৪৯৪=আঙঠি।

আছি, ৩৯৬—থাকি।

আজু, আজুক, আজুকা, আজুকাৰ, ২৪৩, ২৮০, ২৮৬, ৩০৬, ৩৩২, ৩৩৭, ৪৩৩—আজি ; আজিৰ। [ সং অদ্য+*কর্য। ]

আদেখ, ৪৫৮—নেদেখা ; দেখিবলৈ নোপোৱা।

আদেখে, ৪৭৫—নেদেখাকৈ।

আনঞো, ২৭=আনো।

আনয়, ৫১৫—নিচিনা ; সদৃশ ; লেখীয়া। [ সং লয় ]

আপাৰ, ৫১৬=অপাৰ।

আমলেক (আমলেখি), ৫১৩—টেঙা। < সং অম্ল।

আৰাম ১০৫—ঘৰ ; জিৰণি-ঘৰ।

আৰশে ১৫০, = অৱশ্যে। তু° ক° উষা-পৰিণয়, ব্যাসৰ মুখৰ কথা আনিবো আৱসে।

আসকতি, ৪৫ = আসক্তি। অনুৰাগ ; স্নেহ ; আকর্ষণ।

আসৰিশ, ৭৩ = অসদৃশ। আচৰিত।

ইছা, ১০, ৩১৮, ৩১৯, ৪৩৪, ৫৬৭=ইচ্ছা।

উখৰা, ১৯৪, শুকান মাটি।

উচ্ছৃত, ৪২৪=উচ্ছ্রিত। ওখ।

উজন্টি, উঝন্টি, ১০২, ৪৯৪—ভৰিৰ আঙুলিৰ অলঙ্কাৰ।

উতৰ, ৩৮৯, ৪৩০, ৪৭৮=উত্তৰ।

উদেশ, উদ্দেশ, ৪০৯, ৫৫৬—ঠিকনা, সঠিক খবৰ-বাতৰি।

ঋষীকেশ, ১=হৃষীকেশ।

একভিতে, ৪২০—একালেদি। [ সং অভিতঃ। ]

একলে, ৪৯৫—অকলে।

কাহানী, ৫৩০=কাহিনী। [ তু°ক° হি° কহানী।]

কাহালি ৪৮, ৫০০=কালি। কালিয়া ; পেঁপা ; ফু দি বজোৱা বাদ্য।

কিবাতৰে, ৪৭৬—কিয় ? কি কাৰণে ?

কুচ্চিতৰ, ১৫৭=কুৎসিতৰ।

কুন্দমালী, ৯১—এবিধ ফুল। [ স° -মল্লিকা]।

কুন্দৰঙ্গ, ৪৬২—এবিধ ফুল।

কুন্দুৰা ৪১৮—হুদুৰা ; গড়। [ 'হুদুৰা' চাওক।]

কুমৰ, ৪৫, ৫২, ২১৪, ৫১৪=কুমাৰ ; কোঁৱৰ। ৰাজকোঁৱৰ।

কুলুপ, ৫৩৩—বাদুলীসঁচাৰ ; তলা। আ° কুফ্‌ল্‌।]

কুসিয়াৰ, ২৯২=কুঁহিয়াৰ।

কুহৰে, কুহুৰে, ৪৫৪, ৫৩১—কুউ কুউ কৰে।

কেনি, ৫৫৮—কিয় ?

কোথাইক, ৪৩৮—ক'লৈ ?

কোল, ৩৮৬, ৫০৩—ওচৰ ; কাষৰ। [ স° কূল, ক্রোড়।]

কোলাহাৰ, কোলাহাল, ৪০, ৫০, ৪৯২=কোলাহল।

কোষ-বন্ধন, কোষনা-বন্ধন, ৩৮৪—সম্ভৱতঃ, বিয়াৰ আগতে কোনো প্রাচীন প্রথামতে ধন জমা দিয়া।

খমৰু, ৯২—এবিধ ফল।

খাটখৰি, ৪৫০—খটখটি।

খাণ্ডা, ৬৫—তৰোৱাল।

খাসি, ৪১৯—খাহি ছাগলী।

খীণী, ৪৬৫—ক্ষীণা। খীণ।

খীৰিসা, ৭৫২—ঘন খীৰেৰে কৰা খাদ্য।

খুজি-লুড়ি, ৪২১—ভালকৈ বিচাৰি।

খুদ্ৰ, ৬২=ক্ষুদ্ৰ।

খুধা, ৫৩৮=ক্ষুধা।

খুনি, ৪৪৭=খনি। আকৰ।

খেন, ৫২=ক্ষণ।

খৈৰ ৪৫০=কৈৰ, কৈৰা। এবিধ চৰাই।

-গণি ৩২৯=-গণ। -সকল।

-গমনী, ১৫=-গামিনী।

গলাগলি, ৫৫৫—ডিঙিত ধৰা-ধৰি।

গিড়, ৫০—ভিৰ; ভৰিৰ খোজৰ ভৰ। <প্ৰা° গোড্ড।

গুঞ্জ, ৪০৪—লাটুমণি; কাউৰী-মণি।

গেৰা-গেৰি, ১৮৪, ৫৬৪—বাগৰা-বাগৰি; মাটিত লুটি।

ঘঞ্চাল, ৫০—আঘাত; হেঁচা।

ঘোড়, ৬২=ঘোটক, ঘোঁৰা।

চপকৰে, ৬২, ২২৬—দলেৰে; দল পাতি। [স° চাপ+আকাৰ?]

চমৎকাৰ, ২১, ৫৩৩—চমৎকৃত; আশ্চৰ্য্যান্বিত।

-চাতুৰী ১৫, ৫০৯— -চতুৰী; -চতুৰা।

চিৰল, ৪৯৯—চেলা-জৰী।

চাল, ৪০ (বোধ হয় হ'ব "চাল")—কম্পন। 'ধৰণী যাই চাল' ভূমিকম্প হয়। তু°ক° কীৰ্ত্তন-ঘোষা, প্ৰজাৰ গিৰত যেন যায় ভূমি-চাল॥

জঙ্কা, ৫৬৩=জকা।

জড়কিড়, (জড়কিত), ৪৪৭—দ'ম বন্ধা।

জুড়াই, ৬৭—একেলগ কৰি ; গোটাই। তু°ক° ব° জড়ো কৰ্।

জল-পাক, ৩২৩—পানীৰ সোঁতৰ পকনীয়া।

জৰঞ্জ ৫১৪=যমজ ; যঁজা।

জাউ, ২২৪—দুই হাত একেলগ কৰি মৰা মুঠি।

জাঞলে, জাৱলে, ১৯৩, ৪৪৮—দুখন (হাত) একলগে কৰি।
[স° যমল।]

জাঞোল, ৫৫৭—দুই হাত একেলগ কৰি কৰা মুঠিৰ আঘাত।

জাঞোলায়ে ২২৯—দুই হাত একেলগ কৰি মুঠি হানে।

জাণ্টে, ৪০৫—বেগাই ; সোনকালে। স° ঝটিতি।

জাতিকাৰ, ৩৬৫—সুন্দৰ। [স° জ্যোতিঃকাৰ>জাতিঙ্কাৰ।]

জাপগড়, ঝাপগড়, ৮৯, ৩৮৬—দুজনীয়া বা দুতৰপীয়া গড়।

জুমুৰি, (ঝুমুৰি), ১৪৩—কুঁজী। তু°ক° কীৰ্ত্তন-ঘোষা : হুয়া কুজী
জুমুৰি অঙ্গক হাতে ঢাকি।

জেনৰু ৯২—জেনেৰু বা জেঙেৰু টেঙা।

টঙ্গিতি, ৯৭—টঙিত।

ঠেকাইল ৩৯৪—লগালেগৈ।

ডাইন, ৬৬=দক্ষিণ। সোঁ।

ঢঙ্গ, ১৬১—ধেমালি।

তথি, ৩৮৭—তাত।

তবল, ৪৮=তবলা।

তন্দ, ১০৪=তন্দ্র।
তহুন, ৪৮, ৪৯২—তনস্থুন।
তম্ভিরা, ৫৬৬—দৈ। [ সং স্তম্ভ ]
তহ, ২৭৩, ২৮৪, ২৯৯, ৫৯১—তাত। [ সং তথা > প্রা° তহ। সং তস্মিন্ > অপ° তহিং, তহিঁ।]
তার, ১১১, ১২৬, ৪৭৯—কারণে।
তর, ৫১৪—নগত।
তুরিত, ৩৫০—তৎক্ষণাৎ; সোনকালে। [ সং ত্বরিত। ]
তৃতয়, ১৯৫—তিনি।
তোমর, ৫০১—গদার নিচিনা এবিধ যুদ্ধাস্ত্র।
দড়, (৩২৯)=দৃঢ়।
দরনা, ৪৬১=দমনা। তুলসীর নিচিনা ফুল আরু পাতর এবিধ সরু গছ।
দায়া, ১৭৮, ২৫৭, ৩৪৩, ৩৮২, ৫২৩, ৫৩৮=দয়া।
দায়াতরে, ৩৮৫—দয়াত; মরমত। তু° ক° কীর্ত্তন-ঘোষা, আতি দায়াতরে ঃ কনিষ্ঠ পুত্রর ঃ নারায়ণ নাম থৈল।
দায়ালুক-মতি, ১৪৬—দয়ালুক-মতি। তু° ক° লর-কুশর যুদ্ধ, দায়ালুক রাম তুমি বোলয় সংসারে।
দারি, ৭=দারু। কাঠি।
দীর্ঘি, ৪২৬—সরোবর; পুখুরী। [ সং দীর্ঘিকা। ]
দুতি, ১২, ১৯=দ্বিতীয়। [ পালি, দুতিঅ। ]
দেখিয়া, ১১—দেখা যায়; দেখা হয়। [ প্রা° দেক্খিঅ। ]

দোসাধু, ২৯০—কোটোৱাল। [সং দৌঃসাধনিক। তুং কং চৰ্য্যা, জো সো চৌৰ সোই দুযাধী ; নেপালী, দোসাঁধ (সীমান্ত) ; দোসাঁধিয়া (সীমান্তবাসী), তুং কং কুমাওনী, দোসাঁত।

দ্বিপিন, ৪০২—হাতী। [সং।]

ধনি, ৯৪—তিৰোতা ; মহিলা।

ধনুধৰ, ৩৫১—ধনুৰ্দ্ধৰ। তুং কং বিয়ানাম, অ' ৰামে ধেনুধৰ।

ধাতৃ, ৯২—এবিধ ফল। [তুং কং ধাতকী (চণ্ডীদাস, শ্রীকৃষ্ণ কীর্ত্তন)।]

ধাৰড়িয়া, ১৭৩—লৰি ; ঢাপৰি ; ঢপলিয়াই। [সং ধাৰ্।]

ধাৰণ, ১৮=ধৰণ।

ধুথুৰ, (ধুন্থুৰ), ৩৯৩=ধুতুৰা।

ধূসল, ১৮৪=ধূসৰ।

ধৈজ, (ধৌজ), ৪০১=ধৈৰ্য্য।

নন্দনী, ৪৮৩=নন্দিনী। কন্যা ; ছোৱালী ; জী।

নবান্ধিলো, ৯৩—পদ-বন্ধ নকৰিলো ; কবিতাত নিলিখিলো।

নয়, ১৪, ৩৪, ৪৬৯—সদৃশ ; নিচিনা। [সং লয়।]

নাবোঁ, ১৬৪=নোৱাৰোঁ। [সং ন পাৰয়ামি।]

নিকালিলা, ৪১৮—খেদিলে ; বাহিৰ কৰিলে। [সং নিঃ-কাল্।]

নিচয়, নিচ্চয়, ৭৬, ৩৫৪, ৪৯০, ৫২১, ৫৮৮=নিশ্চয়।

নিচয়ে, ১৫৪, ৩৮২=নিশ্চয়ে। নিশ্চয়কৈ ; নিশ্চিতকৈ।

নিঢালে, ১৮৯, ৫৫৭—হাত-ভৰি মেলি।

নিন্দ্ৰা, ৪১৫=নিদ্ৰা।

পাৰলি, ৪৬১—পাৰুল ; এবিধ ফুল। [সং পাটলি।]

পালেঙ্গি, ৩২৯—পালেং। খাট। [সং পর্য্যঙ্ক।]

পাশ-শাৰী, ২৫৩=পাশা-শাৰী। পাশাৰ চাল। তুং কং উষা-পৰিণয়, সন্মুখে বসিয়া দুই খেলে পাসাসাৰি।

পিশাঙ্কে, ৫৫৯=পিশাচে। তুং কং কীৰ্ত্তন-ঘোষা, ভৈল যেন জড় আতি পিশাঙ্কৰ বেশ।

প্ৰকাৰ, ৪৭৯—ছল।

প্ৰচাৰতে, ৫৫৯—পঁচাৰতে। চকুৰ পঁচাৰতে ; নিমিষতে।

প্ৰত্যেক, ১৪৭=প্ৰত্যক্ষ।

প্ৰাঙ্কি, প্ৰাঙ্কী, ২৬১, ৩১৬, ৩২৬, ৪২৬, ৪২৭=প্ৰাচীৰ। দেৱাল ; গড়।

ফাল দিয়া, ৬৮, ৭৪, ৮৪, ১৭৪—ফালৰি কাটি ; ছায়া কাটি।

ফোৰমুঠি, ৪০৪—ফৰ্ম্মুঠি (?)।

বচৰ, ৫২৩—কথা ; অনুবোধ। [ < বচন+সং অং গোচৰ।]

বজোৱাৰ, ৩৯৯—সাগৰৰ ধুমুহা।

বত্তিস, ২৪১=বত্রিশ। [তুং কং হিং বত্তীস।]

বন্দুলি, ৪৬১ এবিধ ফুল ; [সং] বন্ধুজীৱ ; বন্ধুলী।

বলভ, ৪৮৩=বল্লভ। প্ৰিয়।

বহি ৫১১=বৈ। পাৰ হৈ।

বাঘ্ৰ, ৪২৩=ব্যাঘ্ৰ ; বাঘ।

বাজি, ২৮৮—লাগি। [সং বদ্ধ।]

বায়া, (বীয়া,)=৫৩৩—লগাই।

বাসয়, ৪৬০—গোন্ধায়। তু° ক° কীৰ্ত্তন-ঘোষা ঃ অগুৰু ধূপৰ ঃ ধূম্মে আমোদিত ঃ বাসয় দিশ-বিদিশ।

বাসিয়া, ৪৮৫—গোন্ধ লগাই; সুৱাসিত কৰি।

বিচাই, ৪৬৩—পাতি; পাৰি; মেলি।

বিদগদ ৫৩১—ডাঠ [স° ৱিদগ্ধ।]

বিনাৱে, ৩৫০, ৪৭৬—বৰ্ণায়; বিৱৰণ দিয়ে।

বিনাওঁ ৪৩৭—বৰ্ণাওঁ, কওঁ।

বিলোপিত, ২৯৯—বিলেপিত।

বিহা, ১৫৮, ১৬৮, ৩৫৫, ৩৫৭, ৪৯৪=বিবাহ; বিয়া।

বৃতান্ত, ৩১০=বৃত্তান্ত।

বৃধ, ২৬০, ২৬৬, ৩১৫, ৩৮৯, ৩৯২=বৃদ্ধ; বুঢ়া।

বৃধি, ৫৩, ২৬৬=বৃদ্ধি।

বেদেশ, ৫৪=বিদেশ।

বেৱহাৰ, ৩৮৩, ৩৮৫, ৪৩১=ব্যৱহাৰ। দস্তুৰ; ৰীতি; ৰীতি-নীতি।

বৈদেশ, বৈদেশী, ২০৭, ২১০=বিদেশী। প্ৰৱাসী; দেশান্তৰী।

বৈয়া, ৫১৭—পাৰ হৈ।

বোলানে, ৯৬—মাত লগাবলৈ।

ভণ্ডন, ৫৬৪—ঠগন।

ভন্য, (১৩৪,) ৪৩০, ৪৩৯, ৪৬৮=ভগ্নী; ভনী। বাই-ভনী।

ভাষ, ৪০৬=ভাষা। কথা।

ভোখ, ২৮৬, ৩২৭=বুভুক্ষা; ভোক।

মতাহি, ১৭১=মঠিয়া ; কলহ ; কুম্ভ। হি°।

মধ্যান, ৪৪৯, ৫৭৪=মধ্যাহ্ন। দুপৰ।

মনায়ক, ২১৮—বহো ; গৰাকী; মালিক। [< মালিক+নায়ক]।

মৌহৰি, ৯৮—এবিধ বাদ্য-যন্ত্ৰ।

মহৰি, ৯২—এবিধ ফল।

মহামাৰ, ৩৩৭—ঘোৰ মৃত্যু। 'চিন্তে মহামাৰ'—ঘোৰ মৰণ ঘটায়। তু° ক° কীৰ্ত্তন-ঘোষা, যুদ্ধত বধাহে চিন্তিল মাৰ।

মহুন, ৫৬৭=মৰম।

মাজাৰ, মাঝৰ, ৮৪, ৫২০—মাজ ; মাজত।

মিসল, ৩৯৩=মিহল ; মিহলি।

মুকলিত, মুকল, ২৭৫, ৫০৯, ৫৮৩=মুকলি।

মুখশুধি, ৫০৫=মুখশুদ্ধি ; মুহুদি।

মুহিত, ৭৫—মুহিবলৈ।

মূৰ্চ্ছ, ৫৫৭=মূৰ্চ্ছা।

মেহ্লাই, ১৪৯=মেৰাই।

মোদক, ১৫৬, ৩৯৩—মিঠাই।

-মোহনী, ১৫=মোহিনী।

যদি, ১১০, ১৮৫, ২৪৭—যেতিয়া।

যথেচ্ছায়ে, ৫৬৮—ইচ্ছামতে।

যেনয়, ২০৮—যেনেকুৱা।

যোদ্ধাৰ, (যুধাৰ,) ৯৫, ৩৮৮—যোদ্ধা ; যুজাৰু।

ৰঙ্গমালী, ৪৯২—এবিধ ফুল। [ স° -মল্লিকা। ]

ৰবাব, ৪৯—এবিধ বীণা-জাতীয় বাদ্য ।

ৰাউত, ৫০২—ঘোঁৰা-চোৱাৰী ; অশ্বাৰোহী সৈন্য । তু° ক°
লৱ-কুশৰ যুদ্ধ, ৰাহুতে সহিতে কাটি পেলাইলা ঘোড়াক ।

ৰাৱ-চাৱ, ২৫—মাত-বোল ।

ৰুষিয়া, ৩৪৪—ৰোষ কৰি ; খং কৰি ।

লাই, ২২৫, ২৩৪—কাৰণে ; -লৈ । [ব্ৰজ° ।] [প্ৰা° অ° লাগি ।]

লাহাৰি, ১০০=লাহৰী ; লাহি । ধুনীয়া ; সুগঠিত ; পাতল ।
[ স° লাস+লহৰি । ]

লুকা দি, লুকি দি, ১০৮, ১২৬, ৪২০, ৫৬০,—লুকাই ; চকুৰ
আঁৰ হৈ । তু° ক° উষা-পৰিণয়, মোৰ ঠাই লুকি নাই ইসৱ
কথাৰ ।

লোটাৰি পাৰিয়া ১৮৩, ৪৫৫—মাটিত লুটি-বাগৰ দি । তু° ক°
কীৰ্ত্তন-ঘোষা, পাড়ন্ত লোটাৰি পৰি নিঢালে ।

শকতি, ৫০১=শক্তি । শেলৰ দৰে এবিধ যুদ্ধাস্ত্ৰ ।

শতৰঙ্গ ২৫০—পাশা ; ঢাল । [আ° শৎৰঞ্জ্ । < চতুৰঙ্গ ।]

শস, ৪১=শস্য,

শিখাই, ৩৭৮=শিকাই ।

শ্ৰদ্ধা, ৯৭, ১৬৩—হেঁপাহ । [ >প্ৰা° অ° সাধ । ]

সঙ্কলয়, ৪৪৩—মাৰে ; বধ কৰে ।

সন্ধুক্ষণ, ২৩, ৫৪৫, ৫৬৫—সচেতন ।

সৰ্ব্বজান, ১—সৰ্ব্বজ্ঞ । [ স° সৱ জ্ঞান । ]

সৰ্ব্বস, ৩৯৯=সৰ্ব্বস্ব ; সৰ্ব্বহ ।

সাধুৰ্ব্বাদ, ৩৯৪—প্ৰশংসা।

সান্তন, ৩৩১=সান্ত্বন। সান্তনা, ৩৭৮=সান্ত্বনা।

সাহস, ১৪৬=সাহস ; সাহ।

সিচিগা, ৪১৬—শলা। [ স° সূচিকা। ]

সিধান্ত, ৩০৪=সিদ্ধান্ত।

সিহি, ৫৬৪—সেইহে।

সুছান্দ, ৫০৫—সুন্দৰ। [ স° সুছন্দ। ]

সুজান, ৩৯, ৭০—পাকৈত ; জ্ঞানী। [ স° সুজ্ঞান। ]

সুতিয়া ২১৬—শুই। [ স° সুপ্ত>প্ৰা° সুত্ত। ]

সুপ্ৰসন, ৪৫৫=সুপ্ৰসন্ন।

সুভাগিনী, সৌভাগিনী, ১৫, ৪৪=সুৱাগী ; লাগী। [ স° সৌভাগ্য>সোহাগ, সুৱাগ। ]

সুক্মা পোড়া, ৫১৩—শুকান আৰু পোৰা খাদ্য ; ভজা-পোৰা।

সেত্বৰে, ৩৪১=সত্বৰে। বেগাই ; বেগতে।

সেহিঠান, ২৮৩—তেনেকুৱা।

সোহে, ৩৩২—শোভে ; শুৱায়।

-হৰণী, -হৰিণী, ১০৩, ১৪৬=-হাৰিণী।

হাকলে-বিকলে, ১৮৫, ৩৯৬—আকুলি-ব্যাকুলি।

হাঙ্কাৰে, ৩৯—মাতি ; নিমন্ত্ৰণ কৰি ; জাননী দি। [ প্ৰা° হক্ক। ]

হাঙ্গাৰ, ৫২০—হেঙাৰ।

হাড়ী, ৩০০—মেতোৰ ; হাৰ আদি পেলোৱা মানুহ।

হাসিত, ৩৩৮—হাহি ; হাহি-হাহি।

হুচুৰা, ৪০৯, ৪১১—গড়; পোতাশাল।

হুয়েৰ, ৩৪৩—হোৱাঁ। [অনুজ্ঞা।]

হুৰুম, ৪৫২—মুৰিৰ নিচিনা, চাউল ভাজি কৰ[illegible]বিধ খাদ্য।

হুলথুল, ৪৮৭=হুলস্থূল।

হেনঠান, ৭৩, ২১৫, ৩৫৫—এনেকুৱা; এনেকৈ।

হেনঠানে, ৪৭—এককৈ; এনেভাৰে।

ক্ষেত্রি, ৩৫১=ক্ষত্রিয়।

# সংশোধন

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ৮ | [illegible]৫ | মাণিকে | মাণিক |
| [illegible] | [illegible]৭ | তগৰ | টগৰ |
| | ১৭ | মাক্ৰি | মক্ৰি |
| ২৯ | ১৩ | বুলিয়া | বুলিয়ো |
| ৩১ | ৫ | কুমৰে | কুমৰ |
| ৩৭ | পাদটীকা | পুথিত | ক. পুথিত |
| ৪৩ | ১৭ | অন্তৰে | অনন্তৰে |
| ৪৯ | পাৰ্শ্বটীকা | কূমাৰক | কুমাৰক |
| ৫৩ | ৮ | পত্নীসকলৰ | পৰীসকলৰ |
| ৫৩ | ১৫ | তাক | তাত |
| ৫৭ | ১৪ | কৰিলা | কৰাইলা |
| ৬০ | ১৪ | উপৰ | উপৰ |
| ৭৫<br>৭৭ | উৰ্দ্ধটীকা, পাৰ্শ্বটীকা<br>উৰ্দ্ধটীকা | কুমাৰৰ সম্মতি আৰু বিয়া | কুমাৰৰ বাহিক সম্মতি |
| ৮৬ | পাৰ্শ্বটীকা | ৰাক্ষসাৰ | ৰাক্ষসীৰ |
| ৯১ | ৬ | মূকুতা | মুকুতা |
| ৯৬ | ১৮ | আগত | আগত |
| ৯৯ | ১২ | কতুহল | কতুহল |
| ১১৩ | ১৯ | পাবি | পাৰি |
| ১২২ | ১১ | ক্ৰান্দন | ক্ৰন্দন |
| ১২২ | ১৫ | কান্দিলত | কান্দিলন্ত |
| ১৩২ | উৰ্দ্ধটীকা | উপাখ্যাত | উপাখ্যান |
| ১৩৬ | ৭ | কুন্দৰা | কুহুৰা |

